

# গুঞ্জৰী

ক্ষিতি বৰুৱা

গুৱাহাটী বুক ষ্টল • গুৱাহাটী-৩



ENAJARI

*A Social Novel Written by Kshiti Bora, and Published by Bangshidhar Sarmah, M/s. Gauhati Book Stall, Gauhati-3. Price Rupees Four only.*



॥ প্ৰকাশক ঃ শ্ৰীবংশীধৰ শৰ্মা ● গুৱাহাটী বুক ষ্টল ● শিলপুখুৰী ● গুৱাহাটী-৩ ॥
॥ প্ৰথম প্ৰকাশ ঃ এপ্ৰিল ১৯৭২ চন ॥
॥ বেটুপাতৰ ছবি আৰু অঙ্গসজ্জা ঃ ত্ৰৈলোক্য দত্ত ॥

॥ ছপা ঃ শ্ৰীঅজিত কুমাৰ ৰায় ● শ্ৰীসাৰদা প্ৰিণ্টিং ● ঘোষ লেন ● কলিকতা-৬ ॥
॥ মূল্য ঃ চাৰি টকা মাথোন ॥

গড়াখহনীয়াই
সৰ্বস্বান্ত
কৰা
ডিবৰুবাসীৰ
কৰুণ
স্মৃতিত—

# নিজা কথা

এয়া কিছুমান মানুহৰ জীৱন-কথা; এনাজৰীৰে সাঙুৰি পেলোৱা এজাক অঘৰী মনৰ কাহিনী। একাঁজলি স্বপ্ন, এমুঠি আশাক ভাষা দিবলৈ চেষ্টা কৰিছিলোঁ। কিমান সফল হলোঁ সেয়া আপোনাৰ বিচাৰ্য্য। এধানি মৰম বিচাৰি আমনি কৰাৰ বাবে ক্ষমা বিচাৰিলোঁ আৰম্ভণিতে।

এনাজৰীৰ কাৰণে আমনি কৰিছিলোঁ—হিতাকাঙ্খী বন্ধু শ্ৰীঅনিল গোস্বামী, শ্ৰীইনাম বৰুৱাণী আৰু শ্ৰীতোষেশ্বৰ শৰ্ম্মাক।

উৎসাহ-উদ্দীপনাৰে প্ৰেৰণা যোগাইছিল সৰ্ব্বশ্ৰী হেমকান্ত ভূঞা, ধীৰেন দাস, চিত্তৰঞ্জন দাস, হৰেন দাধৰা, হেম ৰাজখোৱা আৰু কণচন্দ্ৰ বৰাই।

প্ৰকাশৰ ক্ষেত্ৰত সহায় পাইছিলোঁ শ্ৰীডিম্বেশ্বৰ বৰাৰ পৰা।

প্ৰকাশৰ দায়িত্ব লোৱাৰ উপৰিও আৱশ্যকীয় পৰামৰ্শ দি কাহিনীভাগ সৰস কৰিছিল—প্ৰতিস্থিত প্ৰকাশক শ্ৰীবংশীধৰ শৰ্ম্মাদেৱে।

এই সকলোটিলৈকে সমূহিয়াকৈ কৃতজ্ঞতা জনালোঁ।

ক্ষিতি বৰা

পিঁ—পিঁ—পিঁ।

—হেই শুনা নাই? মৰি যাবি।

গাড়ী ৰখাই মোহনে মানুহটোক সতৰ্ক কৰি দিলে।

ভয়ে ভয়ে মানুহটোৱে মোহনলৈ উভতি চালে। তাৰ অৱস্থা দেখি মোহনে মিচিকিয়াই হাঁহিলে। আকৌ গাড়ী এৰি দিলে।

পিঁ—পিঁ—পিঁ। হৰ্ণ টিপি আমনি লাগিল। তাক ৰাস্তা নিদিয়াকৈয়ে গোঁ-গোঁৱাই ডিজেল গাড়ীখন আগবাঢ়ি গ'ল। আকৌ এবাৰ মোহনে হৰ্ণ টিপিলে।

—ছিঃ!

—ঘপহ্ কৰে গাড়ীখন ৰখাই মোহনে বাহিৰলৈ মূৰ উলিয়ালে।

—বোকা পৰিল নেকি?

—চকু নাই জানো?

—একেবাৰে চকুত নধৰিবা ভন্টী। ৰাস্তা বেয়া আছে। মতলব কৰিতো বোকা মৰা নাই।

—ৰখাই নিদিলে কিয়?

—দৰকাৰ হোৱা নাছিল বাবে। মোহনে পাতলকৈ হাঁহিলে।

—এতিয়া?

—দৰকাৰ হৈ গ'ল। বেয়া নাপাবা আকৌ। হঠাতে কেতিয়াবা এনে হয়েই। ক'লৈ যাবা?

—যলৈকে নগলোঁ, কি প্ৰয়োজন আপোনাৰ?

—সুধিছোঁহে।

—কিয় সুধিবনো ? খণ্ডত উচাৎ মাৰি ছোৱালীজনী আঁতৰি গ'লগৈ। ষ্টোৰিংডালত খামুচি ধৰি মোহনে গাড়ী এৰি দিলে।

—ঐ মোহন ! চাওঁ।

—এতিয়া নহয়।

—আবে পাগল। শুন না।

—কি ?

—কালি কি হ'ল জান ?

—ক আকৌ।

—ৰামলালৰ হেন্দিমেনটোক চিনি পাৱ নহয় ? হি চাল্লাই হেই বিহাৰী মাইকীটোক লৈ গৈছিল। দহ বজা ৰাতি খেল-পথাৰটোৰ সামনে আমি তাক পত্‌কাই পেলালোঁ। ডেকাই দুই ঘুচি লগাই দিলে। হি একদম [illegible] বলে। হিঃ হিঃ হিঃ।

—ধেৎ, সেইচব বেইমতলবৰ কথা নকবি।

—তইতো পাক্‌কা বে-ৰসিক হৈ গলি।

—সকলো সময়তে পাতলামি ভাল নালাগে বে। তইঁতৰ দেখিছোঁ স্বপ্ন এটাই। ৰাতি টোপনিতো দেখ আৰু দিনত সাৰে থাকোঁতেও তাকে দেখা পাৱ।

—বেয়া পাই গলি কিয় ?

—বেয়া পোৱা নাই। কৈছোঁহে। যাওঁ দে।

আকৌ ষ্ট্যাৰিং ঘূৰালে। ভোঁ-ভোঁ কৈ আহি ৱৰ্কশ্বপটোৰ সম্মুখত গাড়ী ৰখাই দিলেহি।

—কি হ'ল অ' বাপু ? আহিলিয়েইচোন ?

—একো কাম নহ'ল দাদা। আজি কপাল শূন্য। মই জানো ৰাতিপুৱাই কোৱা নাছিলোঁ, সেই কুলক্ষণীয়া তিৰোতাজনীক যিয়েই দেখে তাৰে কপাল মন্দ। যাত্ৰাৰ সময়ত তাইক দেখিলে দিনটোলৈকে



যাত্ৰা নাস্তি হয়। গাড়ী উলিয়াই আনিয়েই তাইক দেখা পাই খঙে মূৰৰ চুলি পাইছিলেগৈ।

—বাৰু হওক দে। গেৰেজত ভৰাই থগৈ যা।

—তাইক কিন্তু দিম কেতিয়াবা।

মোহন আহি গাড়ীত উঠিলহি। গাড়ীখন গেৰেজত ভৰাই বাহিৰে বাহিৰে চাবি আলিটোৰ ফালে ওলাই আহিল। আমন্-জিমন্‌কৈ বৈ থকা ল'ৰা এটাত চকু পৰিল।

—ভাইটি, ঘৰ ক'ত ?

— ঘৰ,···মোৰ ঘৰ ইয়াত নহয়।

—ক'ত নো ?

—জামুগুৰিত।

— তেজপুৰৰ জামুগুৰিত ?

—হয়।

—ইয়ালৈ আহিছিলা কিয় ?

—এনেয়েই আহিছিলোঁ।

— ঘৰৰ পৰা পলাই আহিছা ?

—ওঁ।

—কিমান দিন হ'ল ?

—দুমাহ।

—আছা ক'ত ?

— ক'তো থকা নাই।

—ক'তো থকা নাই ? এই দুমাহ ঘুৰিয়েই ফুৰিছা ? খাইছা ক'ত ? আজি কি খালা ?

—একো খোৱা নাই। কালি গধূলিয়েই মুৰি লাড়ু দুটা খাইছিলোঁ। আজি দিনটো একোকে খোৱা নাই। পইচা এটাও নাই হাতত।

—মৰিবলৈ আহিছিলা। ঘৰলৈ উলটি নোযোৱাগৈ

কিয় ? তোমাক বিচাৰি ঘৰত চাগৈ কিমান হুলস্থুল লগাই আছে।

ল'ৰাটোৰ দুগালেদি চকুলো বৰলৈ ধৰিলে। চোলাৰ আগেৰে সি ওলাই অহা চকুপানীখিনি টুকি পেলালে।

---ঐ হিমান। এই ফালে আহচোন।

—কি হ'ল অ'। এইটো ক'ত পালি ?

—ইয়াতে পাই গলোঁ।

—বেয়া নহব দে।

—ধেৎ। চাওঁ টকা এটা দেচোন।

—কি কৰ ?

—লাগে দে।

টকা এটা লৈ মোহনে ল'ৰাটোক দি দিলে।

—লোৱা। ইয়াৰে কিবা অলপ খোৱাগৈ। আৰু শুনা। সোনকালে ঘৰলৈ গুচি যোৱাগৈ। যাবা ?

—যাম।

—নহলে বিপদ হব কিন্তু। ঘৰৰ পৰা পলাই অহা বৰ বেয়া কথা জানা। আগলৈ কেতিয়াও এনে কাম নকৰিবা। যোৱা এতিয়া।

ল'ৰাটো আঁতৰি গ'লগৈ। তাৰ ফালে অলপ পৰ চাই থাকি মোহনে কিবা এটা ভাবিলে।

—এই ল'ৰাটোৰ দৰেই ময়ো পলাই আহিছিলোঁ হিমান। ঠিক ইয়াৰ বয়সতেই। পলাই আহি যি ভুল কৰিলোঁ তেনে ভুল আনে কৰাটোও মই নিবিচাৰোঁ। পলাই নহা হলে আজি এইদৰে ঘুৰি ফুৰিব নালাগিলহেঁতেন। ভাগ্যচক্ৰই অন্য দিশেহে গতি কৰিলে-হেঁতেন।

—ঘৰ ক'ত আছিল তইঁতৰ ?

—ডিবুৰুত। এতিয়া তাত ঘৰ-দুৱাৰ একো নাই। ব্ৰহ্মপুত্ৰই সকলো খহাই নিলে।



—তোৰ মা-দেউতা ?

—কালৰ বুকুত এটা এটাকৈ সকলো জাঁহ গ'ল। মোৰ ভুলতেই এনে বিপৰ্য্যয় ঘটিল ভাই।

—পলাই আহি ক'ত আছিলিহি ?

—কিছুমান দিন অনাই-বনাই ঘুৰি ফুৰি শেষত আমাৰ মালিকৰ ৱৰ্কশ্বপ ওলাইছিলোঁহি। এই ল'ৰাটোৰ দৰেই দুটা মুৰি লাড়ু খাই এটা দিন পাৰ কৰি দিছিলোঁ। মালিকৰ অনুগ্ৰহত ৱৰ্কশ্বপতে কিছুদিন আছিলোঁ। তাৰ পৰা তেখেতৰ ঘৰলৈ গলোঁগৈ। কিছুমান দিন গাড়ী চাফ্ কৰি বজাৰ-সমাৰ কৰি থাকিলোঁ। ষ্টাৰিঙত হাত দিবলৈ মালিকেই শিকালে। আচলতে কিন্তু এইটো জীৱনৰ কল্পনা মোৰ মুঠেই নাছিল। আজিও স্কুলীয়া ল'ৰাবোৰ দেখিলে মোৰ মনটো দমি যায় ভাই।

—কিমানলৈকে পঢ়িছিলি ?

—ক্লাছ ছিক্সত থাকোঁতেই গুচি আহিছিলোঁ। কিয় অহিছিলোঁ—উদ্দেশ্য কি আছিল একো নাজানো। এদিন কিবা কাৰণত দেউতাই মৰিয়াইছিল। সেইদিনাই ঘৰৰ পৰা টকা কেইটামান লৈ পলাই আহিলোঁ। সেইখিনিতেই বাট হেৰুৱালোঁ। তাৰ পিচত এয়া আওবাটে ঘুৰি ফুৰিছোঁ। প্ৰকৃত বাট কেনি থাকিল উলিয়াবকে পৰা নাই। এই ল'ৰাটোৱেও হয়তো বাট হেৰুৱাব হিমান। সিয়ো হয়তো দুৰ্য্যোগৰ মাজলৈ আগবাঢ়ি যাবগৈ। যদি ঘৰলৈ উলটি যায়, ভালেই হব নহয় ?

—ওঁ। ক'ত যাবি এতিয়া ?

—ৱৰ্কশ্বপত।

—যা তেন্তে। মই অলপ আহোঁ।

—চাৰিআলিটো পাৰ হৈয়েই জয়া বাইদেৱে ড্ৰাইভাৰক ইঙ্গিত দিলে।

ছুটামান পদূাল পাৰ কৰি মোহনে গাড়ীখন ৰখালে।

বৰষুণজাক অলপ জোৰেৰে পৰিবলৈ ধৰিলে। গ্ৰাছখন মচি মচি মোহনে অচিনাকি মানুহ ঘৰৰ ফালে চালে। বৰষুণৰ হিৰ্ হিৰ্ শব্দ, শিলত থেকেচা খাই উফৰি পৰা পানীৰ কণিকা, বিজুলীৰ চিক্‌মিক্ পোহৰৰ মাজতে হাতত ছাতি ছুটা লৈ কাঞ্চা এটা আহি গাড়ীৰ সন্মুখত থিয় হ'লহি।

—ড্ৰাইভাৰ, দৰ্জা খোলা।

—ৰবচোন ইমান তাৰাতাৰি কিয়? বৰষুণজাক থামিবলৈ দিয়ক।

—ছাতি আনিছে নহয়। জয়া বাইদেৱে দৰ্জাখন হেচুকিব ধৰিলে। মোহনে জয়া বাইদেউৰ মুখলৈ চালে।

—কি চাইছা? খুলি দিব নোৱাৰা নেকি?

মোহনে একো নামাতি দৰ্জাখন খুলি দিলে। কাপোৰখিনি সংযত-ভাৱে সামৰি লৈ জয়া বাইদেউ গাড়ীৰ পৰা নামিল। কাঞ্চাটোৰ হাতৰ পৰা ছাতি এটা লৈ গাড়ীৰ ফালে মুখ ঘূৰালে।

—বুলু, তই অলপ বহচোন, মই এতিয়াই আহিছোঁ।

জয়া বাইদেউ গেটৰ ভিতৰ সোমাল। পিচফালৰ পৰা কাপোৰ নোহোৱা বগা কলাফুল ছুটা দেখি মোহনৰ কেনেবা লাগিল।

বৰষুণজাক অবিৰাম পৰিয়েই থাকিল। গাড়ীৰ দৰ্জাখন জোৰেৰে বন্ধ কৰি দি ৰুমালখনেৰে মোহনে হাতৰ থাৰিটো মচি ললে। পিচৰ ছিটত বহি থকা সৰু ছোৱালীজনীলৈ এবাৰ চালে। তাইৰ চকুত ভয় আৰু শঙ্কাৰ ছাঁয়া এটা মোহনে দেখিলে। এইজনী ছোৱালীয়েই তাক সেইদিনা চকুত ধৰি টান কথা কৈছিল। অকণমান বোকা মৰাৰ অপৰাধত বেয়া ব্যৱহাৰ কৰিছিল। সেই-দিনাৰ ঘটনাটো তাৰ মনত পৰি গ'ল। অৱজ্ঞাৰে চকু ঘূৰাই আনিলে। ছোৱালীজনীৰ নিশ্চয় জাৰ লাগিছিল। বুকুৰ ওপৰত হাত দুখন সাৱটি লৈ শান্তভাৱে তাই বহি পৰিছিল।



ৰৈ ৰৈ আমনি লগাত মোহনে হৰ্ণটো এবাৰ টিপি দিলে। খিৰিকীৰ পৰ্দা এখন দাঙি কোনোবাই বাহিৰৰ ফালে চালে।

বৰষুণজাক ইতিমধ্যে কমি আহিবলৈ ধৰিলে।

—তোমাৰ নাম কি? পৰিস্থিতিটো পাতলাবৰ মনেৰে মোহনে সুধিলে।

—বুলু। ছোৱালীজনীয়ে সলজ্জভাৱে উত্তৰ দিলে।

—ঘৰ ক'ত?

—কলেজ ৰোডত।

—পঢ়িছানে?

—ওঁ।

—কোন ক্লাছত?

—ক্লাছ ফোৰত। ছোৱালীজনী অলপ পোন হৈ বহিল।

—আৰু তেখেতৰ নাম?

—জয়া বাইদেউ। বাহিৰলৈ চাই চাই ছোৱালীজনীয়ে উত্তৰ দিলে। জয়া বাইদেউক চিনি নাপায়, ছোৱালী স্কুলত যে কাম কৰে?

—নাই। নাপাওঁ। মোহনে বাহিৰলৈ মুখ ঘূৰালে।

দৰ্জাখন খুলি মোহন গাড়ীৰ পৰা নামি আহিল। ইফালে-সিফালে এনেয়েই চাই গাড়ীৰ পিচফালে থিয় হ'লহি। নাম্বাৰ প্লেটত লাগি থকা বোকাকণ হাতেৰে মচি দিলে। ছোৱালীজনীয়ে পিচৰ ফালে চাই আকৌ চকু ঘূৰালে।

মোহনে হৰ্ণটো এবাৰ টিপি দিলে।

মানুহ ঘৰৰ দৰ্জাৰ ফাঁক এটা মেল খালে।

—ইমানকৈ হৰ্ণ বজাইছিলা কিয়? জয়া বাইদেউ আহি গাড়ীৰ কাষত থিয় হ'লহি।

—পলম হোৱা বাবে। মোহনে উত্তৰ দিলে।

—তোমালোক ড্ৰাইভাৰবোৰে একো নুবুজা বুইছা।

—আনৰ গাড়ী ৰখাই···

—মনে মনে থাকা। গাড়ী চলাব জানিলেই লাটচাহাব হৈ নাযায়। ভদ্র হবলৈকো শিকিবাচোন অলপ। গাড়ীত বহি জয়া বাইদেৱে জোৰেৰে দৰ্জাখন বন্ধ কৰি দিলে।

মুখেৰে একো নামাতি মোহনে গাড়ী এৰি দিলে।

—ইঙ্গিত মতে আকৌ গাড়ী ৰখালেহি। গাড়ীৰ পৰা নামি জয়া বাইদেৱে ঘৰৰ ফালে খোজ চলালে। বুলুৱে এবাৰ উলটি চালে।

—মোহনৰ মনটো সামান্যভাৱে ক্ষুণ্ণ হৈ গ'ল। সিতো জয়া বাইদেউৰ ছাত্ৰী নহয়। বিৰক্তিৰে জোৰেৰে গাড়ীখন এৰি দিলে।

—তাৰ পিচত কি হ'ল জান? পেন্টৰ পাতলিত লাগি অহা বনগুটিবোৰ একুৱাই একুৱাই হিমানে ক'লে।

—ক না। জ্বলি জ্বলি শেষ হোৱা চিগাৰেটটো বাহিৰলৈ পেলাই দি আব্দুলে শুনিবলৈ আগ্ৰহ প্ৰকাশ কৰিলে।

—মুখেৰে একো নামাতি শৰতে ভৰি এখন সৰু টেবুলখনৰ ওপৰলৈ তুলি দিলে। মোহনে কি কয় তাকে লক্ষ্য কৰিলে।

—আমি অলপ আগবাঢ়ি গলোঁ। এনেতে ফোঁপাই-জোপাই ছোৱালীজনী আমাৰ ফালেই দৌৰি আহিল। "কোন" বুলি সন্তই আগচি ধৰিলে। গালৈ টৰ্চ মাৰি দিলোঁ। কেৱল পেটিকোটটোৰে নাঙঠ অৱস্থাটো দেখি বেয়া লাগি গ'ল ভাই। সন্তই কৰ্কশভাৱে সুধিলে—ক'ত গৈছিলি?" তাই একো নামাতিলে। ভয়ত মুখৰ ভাষা তাইৰ হেৰাই গ'ল।

– "নকৱ কেলৈ? ইমান ৰাতি কিয় আহিছিলি ইয়ালৈ?" সন্তই আকৌ ধমকি দিলে। বুকুখনৰ ওপৰত কেৰেচীয়াকৈ হাত দুখন থৈ তাই সন্তৰ ফালে মুখ তুলি চালে। মুখৰ আকৃতিটো কিন্তু ধৰিবকে নোৱাৰিলোঁ। পিচতহে বুজিলোঁ তাই বোলে নতুন মাল।



—কি কৰিলি পিছে? মোহনে সুধিলে।

—এৰি দিলোঁ। হিমানে উত্তৰ দিলে।

—কিয়? শৰতে হিমানলৈ চালে।

—খুব সস্তীয়া মাইকী সেইচব। মাৰাত্মক বেমাৰ থাকে সিহঁতৰ। ছুব নাপায়।

—দূৰ বে বেইমান, লৈ নাহিলি কিয়? আব্দুলে মতলীয়া ভঙ্গী দেখুৱালে।

—এই বাপু! শুন।

বাহিৰত চক্ৰধৰ ড্ৰাইভাৰৰ মাত শুনি হিমানহঁত মনে মনে থাকিল।

—কি দাদা?

– হাতত টকা আছে?

– কিমান?

—পাঁচ টকা হবতো?

– হব।

—মেনেজাৰক দি যাবি। মোৰ গাড়ী গেৰেজত পাৰ আছে। পকেট একদম খালি।

—আচ্ছা।

ইতিমধ্যে আৰু দুই-এজন গ্ৰাহক আহি দোকানত প্ৰবেশ কৰিলেহি। দীনবন্ধু মহলদাৰৰ দোকানত, ধূপৰ কোমল সুৰভি, মচলাৰ লোভলগা গোন্ধ, কাপ-প্লেটৰ মন জুৰুৱা শব্দ, ৰেডিঅ'ৰ ভাল নলগা চিঞৰ-বাখৰ, অহা-যোৱা মানুহৰ বিশৃঙ্খল গতি, মেনেজাৰৰ কৰ্কশ মাত, আৰু কিছুমান ব্যস্ত খোজেৰে নিশা-নিমন্ত্ৰণ আৰম্ভ হৈ গৈছে।

নগ্ন নাৰীৰ অশ্লীল ব্যাখ্যাৰে মনৰ বিকাৰ পলুৱাই, পাতল প্ৰেমৰ গীতেৰে সামৰণি মৰা চেঙেলীয়া ডেকা কেইটাৰ উৎসাহ কমাই দি চক্ৰধৰে চিঞৰি চিঞৰি কবলৈ ধৰিলে।

—তামাম দুনিয়াই মদ খায়। তই পুলিচ। মদ খাইছ। ওঁ নাখাবি কিয় ? ফূৰ্ত্তি কৰিবলৈ নাপালে বাচিবি কেনেকৈ ? ভবেন দাৰোগাই মদ খাব পাৰিলে তইনো নোৱাৰিবি কিয় ?

—এই বাপু, এক গ্লাছ দেনা।

—পইচা নাই দাদা।

—পইচা নাই। যাঃ।

চক্ৰধৰে লাহে লাহে খোজ চলালে। ভিতৰত সোমাই থাকি মোহনে অলপ বিৰক্তি অনুভৱ কৰিলে। পচা পচা মদৰ গোন্ধ এটা নাকত লাগিলহি। কাষৰ টেবুলত ফটেহ সিঙে অসংলগ্নভাবে হিন্দী, বঙালী আৰু অসমীয়া মিলাই খিচিৰি ভাষাৰে বৰ বৰকৈ কথা কৈ ধেকধেকাই হাঁহিলে। মদনলালে অভ্যস্ত মদাহীৰ দৰে মূৰ দুপিয়ালে। আব্দুলে কেইবাবাৰো চকু পকাই ভিতৰলৈ চাই উচ্‌পিচ লগালে। ল'ৰা এটাই কেইটামান গ্লাছ টেবুলত থৈ গ'লহি।

—এই বয়, গ্লাছ উঠাও।

—কিয় ?

—দেখিছ জানো কেতিয়াবা ?

—নেদেখিলোঁ কি হ'ল। এক পেগ খাই চাচোন। কিমান বঢ়িয়া লাগিব। মানুহে এনেয়েই মদ নাখায় বে। খালেহে বুজিবি কিমান মজা আছে ইয়াত।

—থাকিবলৈ দে তহঁতৰ মজটো। আনক দিগ্‌দাৰ কৰ কিয় ?

—তই দেখিছোঁ পাক্কা ইমানদাৰ বনি গলি।

—ইমানদাৰ নহয় আব্দুল। ই মোৰ ৰুচিৰ কথাহে। তহঁতে খা বাৰু। মই অলপ আহোঁ।

মহলদাৰৰ দোকানৰ পৰা ওলাই আহি মোহনে ৰাস্তাত থিয়



দিলেহি। অলপ দূৰ আগবাঢ়ি গৈ লাইট পোষ্টটোৰ কাষত দুটা মদাহীক দেখা পালে। পাক খাই যোৱা ভৰিখনৰ ওপৰত দেহৰ ভাৰসাম্য ৰাখিবলৈ চেষ্টা কৰি এটাই ক'লে,

—লম্পট, বুৰ্বক কহিকা। মাইকীটোক হি বে-ইজ্জত কৰিছে, ঐ মদন, চাক্কু মাৰি তাৰ পেট ফালি দিবি।

তাৰ কথা শুনি মোহন দুখোজমান ৰৈ গ'ল।

মদ খাই এইদৰে লোকৰ মান-ইজ্জতৰ কথা ভবা মানুহ বহুতো আছে। সি ভাবিলে। দূৰৈত টৰ্চৰ পোহৰত আদহীয়া মাইকী-জনীক দেখি অলপ সময় থমকি ৰল। নিশাটোৰ বাবে সাজি-কাচি তাই ওলাই আহিছে। সেয়া তাইৰ নৈশ অভিযান। তাইৰ পম খেদি লাভ নাই। পেটৰ দাবী যে মানৱতাতকৈয়ো বহুত ডাঙৰ। লাহে লাহে মোহন তাৰ পৰা আঁতৰি আহিল।

সৰু জুপুৰিটোত সোমাই মোহনে কাপোৰবোৰ খুলি পেলালে। বৰষুণত জেকা মাটিৰ পৰা সেমেকা গোন্ধ এটা উটি আহিল। টৰ্চটো জ্বলাই তাৰ পোহৰতে বিছনাখন ঠিক কৰি লৈ বাগৰ মাৰিলে।

তাৰ মনত পৰিল—"গাড়ী চলাব জানিলেই লাটচাহাব হৈ নাযায়। ভদ্ৰ হবলৈকো শিকিব লাগে।"

সি বাস কৰা পৃথিবীখনত তেন্তে ভদ্ৰতাৰ অভাৱ !

তাৰ দলৰ মানুহবোৰ মদাহী, জুৱাৰী, লম্পট আৰু গুণ্ডা। মদ, মাইকী আৰু গুণ্ডামীৰ বাহিৰে সিহঁতৰ অন্য চিন্তা একো নাই। সিহঁতৰ তুলনাত পুতুলহঁত কিমান সুন্দৰ, উকীল বাবুহঁত কিমান উচ্চ, জয়া বাইদেউহঁত কিমান ভদ্ৰ !

মহেশ উকীলৰ গেটৰ সন্মুখত মোহনে গাড়ীখন ৰখালে। গাড়ীত বহি উকীলে তাক ইঙ্গিত দিলে। কলেজ ৰোডৰ পুৰণি ধৰণৰ ঘৰ এটাৰ আগত আকৌ ৰৈ গ'লহি।

আগৰে পৰা সাজি-পাৰি ওলাই থকা ছোৱালী দুজনী ওলাই অহা সি দেখিলে। বুলুক দেখি সামান্য ভাবে ভাল লাগি গ'ল যদিও জয়া বাইদেউক দেখি তাৰ মনটো চেঁচা পৰি গ'ল। মহেশ উকীল নোহোৱা হলে মোহনে কিজানি তেতিয়াই গাড়ী ঘুৰাই নিলেগৈ-হেঁতেন। বাঃ কি যে বাহাদুৰি।

গাড়ী এৰি দিলে। ভোঁ-ভোঁকৈ গাড়ীখন দৌৰিবলৈ ধৰিলে। ষ্টাৰিংডালত খামুচি ধৰি কাষত বহা ছোৱালীজনীলৈ মোহনে এবাৰ কেৰাহিকৈ চালে। ছোৱালীজনী অলপ সংযত হৈ বহিল। তাইৰ হয়তো খং মাৰ যোৱাই নাই। সি ভাবিলে। সন্মুখৰ বাঁহৰ গাড়ী-খন কায়দাৰে পিচ পেলাই আকৌ এবাৰ ছোৱালীজনীলৈ চকু দিলে।

ড্ৰাইভাৰ জীৱনত বহুত ছোৱালীকে সি কঢ়িয়াইছে। গাত গা-লগাই বহা ছোৱালীৰ লগত ফূৰ্তি কৰিছে। ষ্টাৰিং ঘুৰাওঁতে ইচ্ছা কৰিয়েই হাতৰ ঠাৰি ছোৱালীৰ বুকুত লগাই পাইছে। কিলাকুটিৰে ছোৱালীৰ বুকুত হেঁচা দিয়া ৰোমাঞ্চ তাৰ আছে। চুটি বাটবোৰত তেনেকৈ ক্ষন্তেকলৈ পোৱা অনুভূতিবোৰ বহুত দিনলৈ মনত ৰৈ যায়। আনৰ আগত মনখুলি ডেকা লৰাৰ দৰে গৌৰৱ কৰাৰ আহিলা ওলায়। গাভৰু এজনীক কাষত বহুৱাই বাহাদুৰি কৰি গাড়ী চলোৱাৰ চখ্ সকলোৰেই থাকে। আজি কিন্তু তাৰ বেলেগ ভাব হৈছে।

ছোৱালীজনী বয়সত সৰু। তাইৰ গালৈ মোহনে সেইদিনা বোকা মাৰিছিল। জয়া বাইদেৱে অকলশৰে তাইক সেইদিনা মোহনৰ গাড়ীত এৰি থৈ গৈছিল। আৰু আজি তাৰ লগত একেলগে বহি অন্য এক আকাশৰ কথা ভাবি আহিছে ছোৱালীজনীয়ে।

ইমান নিৰ্বিকাৰভাবে ছোৱালীজনী বহি থকাতো মোহনৰ ভাল লগা নাছিল। অকাৰণতে চেলু উলিয়াই হাঁহি হাঁহি মুখৰ জেউতি বঢ়োৱাৰ ইচ্ছা হয়তো তাইৰ এতিয়াও হোৱা নাই।

এবাৰ মুখ ঘুৰাই মোহনে পিচৰ ফাললৈ চালে। ইৰ্নটো বজাই



স্কুলীয়া ল'ৰা দুটাক আগতীয়াকৈ সতৰ্ক কৰি দি আকৌ এবাৰ ছোৱালীজনীলৈ লক্ষ্য কৰিলে। তাইৰো মনৰ কোনোবাখিনিত বেদনা এসোপা গোট খাই আছে চাগৈ। ছোৱালীজনীক মৰম কৰিবৰ মন গৈছিল মোহনৰ।

পকেটৰ পৰা টফি দুটা উলিয়াই এটা নিজে মুখত ভৰালে, আনটো ছোৱালীজনীৰ উদ্দেশ্যে তাইৰ কাষতে থলে। মোহনৰ ফালে চাই তাই আকৌ মুখ ঘুৰালে।

—খোৱাঁ। লাহেকৈ মোহনে ক'লে।

—নাখাওঁ। ছোৱালীজনীয়ে মূৰটো লৰালে।

—কিয় ?

—মাৰিব।

মোহনে বুজিলে। সি ভাবি ললে জয়া বাইদেউ নিশ্চয় নিষ্ঠুৰা। পিচলৈ উলটি চাই মোহনৰ কেনেবা লাগিল। মহেশ উকীলৰ বুকুত জয়া বাইদেউ সেইদৰে কিয় ঢলি পৰিছে সি নুবুজিলে। চকু ঘুৰাই আনিলে। সেইকণ সুযোগ সি দিবই লাগিব। গাড়ীত বহি কোনে কি ভাবে, কাৰ বুকুত উম লৈ, কোন গাভৰুৱে সাত সমুদ্ৰৰ মৰম বিচাৰে সেইবোৰ কথা ভবাৰ অধিকাৰ ড্ৰাইভাৰহঁতৰ নাই।

মহেশ উকীলৰ নিৰ্দেশত ধুনীয়া ঘৰ এটাৰ সন্মুখত গাড়ীখন ৰখাই দিলেগৈ। জয়া বাইদেউ আৰু মহেশ উকীল নামিল। বুলুৱে তেওঁলোকক অনুসৰণ কৰিলে। মোহন গাড়ীতে বহি থাকিল।

কিছু সময়ৰ পিচত বুলু ওলাই আহি গাড়ীৰ কাষত থিয় হ'লহি।

—আপোনাক মাতিছে। বুলুৱে মোহনলৈ চালে।

—কোনে ?

—বাইদেৱে।

—প্ৰয়োজন ?

—চাহ খাবলৈ।

—নাখাওঁ।

—কিয় ?

—মাৰিব।

—ধেৎ। বুলুৱে মৰম লগাকৈ হাঁহিলে। বলক না।

—ও-হোঁ।

—শপত।

—ছোৱালীজনীৰ মুখলৈ বেঁকাকৈ সি চাই পঠিয়ালে। তাই তলমূৰ কৰিলে। দৰ্জাখন খুলি মোহন ওলাই আহিল।

—বলা বাৰু। মোহন ঘৰৰ ফালে আগ বাঢ়িল।

—আপোনাৰ ঘৰ ক'তনো ? পিচফালৰ পৰাই বুলুৱে সুধিলে।

—গছৰ তলত।

—ইস, সঁচাকৈয়ে কওকচোন।

—সঁচা। ঘৰ মোৰ নাই।

—মাক-দেউতাক ?

—আচ্মানত। মোহনে টপৰাই উত্তৰ দিলে। বুলু অলপ সহজ হৈ পৰিল।

—থাকে কত ?

—দিনটো গাড়ীত, সন্ধিয়া আড্ডাত, নিশা জুপুৰী ঘৰৰ বাঁহৰ চাঙত।

—অঁ। বুলুৱে একো নামাতিলে। মোহনক পৰ্টিকলৈ যাবলৈ কৈ তাই ভিতৰ সোমাল। অলপ পিচতেই বিস্কুট কেইটুকুৰামানৰে সৈতে চাহ একাপ দি বুলু ওলাই গ'ল। চাহ খাই মোহন গাড়ীলৈকে গুচি আহিল।

—সন্ধিয়াৰ আগে আগে আকৌ গাড়ী চলাই দিলে চহৰ অভিমুখে। দিনৰ ভাগত দীঘল দীঘল লগা বাটছোৱা ৰাতিৰ আন্ধাৰত চুটি হৈ আহিল। পিচৰ ছিটত জয়া বাইদেউ আৰু মহেশ উকীলে কি



ভাবিছিল সি নাজানে। বুলুৱে কিন্তু উচ্‌পিচ্ কৰি গাড়ীৰ গতিটোৰ লগত সজাগ সঁহাৰি দি আহিছিল।

—ৰবিচোন। ইমানকৈ কথা কৈছ কিয় ?

—কথা নকৈ বুৰ্বকৰ দৰে কি বৈ থাকিবি ?

—তোৰ কথাবোৰ বৰ লেতেৰা আব্দুল। অলপ মাৰ্জিতভাবে কবলৈ শিকিবিচোন। ছোৱালী দেখিলেই পাগল হৈ নাযাবি বুইছ।

—হোঃ তোৰ দৰে কাপুৰুষ পাইছ। ছোৱালী নোজোকাই কি লৰাক জোকাব লাগে !

—সেইদৰে অশ্লীল ইঙ্গিত দিলে তোক কোনেও ভাল পাই নাযায়। তোৰ মুখখন একেবাৰে চুৱা। কথাই কথাই ইমানবোৰ লেতেৰা শব্দ মুঠেই ভাল নালাগে।

—যা যা। বৰ পণ্ডিতটো ওলাব নেলাগে।

—তই বোধহয় সংসাৰত ভদ্ৰ মানুহ দেখাই নাই। আটাইবোৰ মানুহকে তোৰ-মোৰ দৰে অঘৰী বুলি ভাবিছ নহয়—?

—কিয় ভাবিম।

—তেতিয়া হলে এই বেয়া অভ্যাসটো এৰিবলৈ চেষ্টা নকৰ কিয় ?

—কাৰ ভয়ত ?

—কাৰো ভয়ত নহয়। তেৰো দেখোন মা, বহিন আছে। সেই বিলাকৰ কথা নাভাব কিয় ? তোৰ ভনীয়েৰক যদি কোনোবাই অপমান কৰে, কি কৰিবি তেতিয়া ?

—কাৰ সাহস আছে বে !

—তোৰ খং উঠি যাব নহয় জানো ? তই তেতিয়া অপমান বোধ কৰিবি—প্ৰতিশোধ লোৱাৰ কথা ভাবিবি। আনৰো দেখোন তেনে অৱস্থাই হয়। তাক ভাবি নাচাৱ কিয় ?

—ব'ল ব'ল। এইবোৰ অদৰকাৰী কথা এতিয়া ভবাৰ সময় নহয়।

—কলৈ যাবি ?

—মহলদাৰৰ দোকানলৈ—।

—আচ্ছা বল বাৰু। কিন্তু তোৰ দেখোন নিচা হৈয়ে আছে।

—হিমানে আজি ভাল ফাইল এটা আনিছে। বিলাতী মাল। অলপ খাই চাবিচোন। একো বেয়া কথা নহয়। ই যদি বেয়াই হয় তেন্তে ইমানবোৰ মানুহে খায় কিয় ? এক পেগ খালেই দেখিবি—তোৰ এই মনমাৰি থকা বেমাৰটো নাইকীয়া হৈ যাবগৈ।

—ঔষধ হিচাবে খাব লাগিব তেন্তে।

—ওঁ। "খাও, পিও, মৌজ কৰো"। ইয়াৰ বাহিৰে আৰু কি কৰিবি। হাঁহি-আনন্দৰ একো একোটা মুহূর্ত এটা দীঘলীয়া দুখপূর্ণ জীৱনতকৈ বহুত ভাল, বুইছ।

—ঠিকেই।

—মোহনহঁত মহলদাৰৰ দোকানৰ ওচৰ চাপিলগৈ। সিফালৰ পৰা সন্ত আৰু হিমানো আহি ওলালহি। খাই-বৈ কিছু সময়ৰ পিচত চাৰিওটা ওলাই আহিল।

—মদ, মঙহ, আৰু মাইকী। সাঃ সাঃ সাঃ জীৱনটো এই পূর্ণিমাৰ নিশাটোৰ দৰেই মনোৰম ভাই—। বুইছ মোহন, হাঁহি হাঁহি জীয়াই থাকিবলৈ শিক। কান্দি কান্দি মৰি যোৱাত একো সোৱাদ নাই।

—তোৰ মতেৰে হাঁহিবলৈ হলে মদৰ আশ্রয় লব লাগিব, নহয় জানো ?

—লাগিবতো। নহলে জীয়াই থাকিবি কেনেকৈ ?

—এৰা, ঠিকেই কৈছ। আমি তাকেই কৰা ভাল। ইয়াৰ বাহিৰে যে মন জুৰাবৰ, ফূর্তি কৰিবৰ একো সুবিধা নাই আমাৰ। আমিবোৰ লক্ষ্যহীন, উত্তমহীন বঞ্চিত মানুহ। আমাৰ বাবে এই-খনেই তীর্থ, এইটোৱেই স্বর্গৰ সেন্দূৰীয়া আলি।

—বুজিছ এতিয়া। আৰু বুজিবি। নিচা লাগিলেহে মানুহে এইবোৰ কথা বুজিবলৈ শিকে। মদ নাখাবি বুলি কোৱা মানুহবোৰ ভণ্ড। মদ নোখোৱাকৈ আনন্দ কৰা মানুহবোৰ ফাকিবাজ।

—কথা পাতি পাতি ছয়োটা আহি থাকিল। হিমানহঁত চাগৈ খেলত বহিলগৈ। মোহনে মনটো অলপ পাতল পাতল যেন অনুভৱ কৰিলে। আব্দুলে হিন্দী চিনেমাৰ গান এটা আবৃত্তি কৰি অলপ হাঁহিলে। আৰু অলপ আগবাঢ়ি গৈ মোহনে ঘৰৰ ফালে খোজ চলালে। আব্দুলো গ'লগৈ।

কেইদিনমানৰ পিচত।

ক্লান্তভাৱে মোহন আহি মহলদাৰৰ দোকান ওলালহি।

—কি হ'ল মোহন ?

—গাড়ী এক্সিডেণ্ট হ'ল ভাই।

—ক'ত ?

—গবৈমাৰীৰ দলঙৰ কাষত। ইঞ্জিনটো একদম শেষ হৈ গ'ল। বুকুত অলপ চোট্ লাগিছে। হাড়-চাড় ভাগিছে নেকি ঠিক নাই।

—কেনেকৈ হ'ল ?

—নকবি দে। ৰাইডঙ্গীয়াৰ ভাৰা এটা আনিবলৈ গৈছিলোঁ। টার্নিংটো সাৰিয়েই হর্ন বজাইছিলোঁ। সেই চাপৰকৈ মণিপুৰী ড্রাই-ভাৰটোযে ; খাই আহিছিল হবলা। ডিজেল গাড়ীখন আনি মাৰি দিলেহি। মোৰ গাড়ী উফৰি গ'ল। ৰাস্তাৰ কাষত যে আছিল গছজোপা, তাত খুন্দা মাৰিহে ৰলগৈ কোনোমতে। অকস্মাৎ কি হৈ গ'ল কবই নোৱাৰিলোঁ।

—বাচিলি তেও।

—বাচিলে কি হব। মালিকে বৰ বেয়া পাইছে। আন হোৱা হলে মাৰপিটেই কৰিলেহেঁতেন। মই বুলিহে সাৰিছোঁ।

—তোক মৰম কৰেতো ?

—ওঁ। বৰ ভাল মানুহ পাইছিলোঁ। কিন্তু কি কৰিবি। কপাল বেয়া। এতিয়া আকৌ সমস্যা আহি গ'ল। কলৈ যাম, কি কৰিম তাকেই ভাবিছোঁ।

—খেদি দিব জানো ?

—দিছে বুলিয়েই ধৰ। মালিকৰ সৰু ল'ৰাটোৱে যে বৰ বেয়া বেয়া কথা কৈছে ভাই। পঢ়াশুনা জানিলে বুলিয়েই ইমান অহংকাৰী হব নালাগে। অন্তৰত আঘাত লাগি গৈছে বুইছ।

—কিয়, তোৰ গাত কিহৰ জগৰটোনো ?

—জগৰ নাথাকিলেও আমি সৰু মানুহ। বৰ বৰ মানুহৰ মানত আমাৰ মূল্য একো নাই। আমাক জানো কোনোবাই শ্ৰদ্ধাৰ চকুৰে চোৱা দেখিছ ? এতিয়া ধপহকৈ গাড়ী এখন ক'ত পাবি ?

—হব দে। বিচাৰিব লাগিব আৰু।

—গাড়ী নাপালে যে পেটেই নচলিবগৈ।

—চলি যাব। খাবলৈ নাপাই মৰিব নালাগে। আমি আছোঁ নহয়।

—তহঁতেতো খুৱাবিয়েই। তথাপিও কামাই কৰিবতো লাগিব।

মোহনে সন্মুখৰ টেবুলখনলৈ চালে। মই নাখাওঁ হিমান।

—খাই ল না। চব ঠিক হৈ যাব। ইমানকৈ ভাবিছ কিয় ?

—মনটো···বৰ বেয়া লাগি গৈছে।

—বাদ দে। যি হ'ল, হৈ গ'ল। তাক লৈ কিমান ভাবি থাকিবি। এনেকুৱা বহুত সমস্যা অতিক্ৰম কৰিব লাগিব। এটা কাম কৰিবি মোহন। চক্ৰদাক এবাৰ কৈ থবি।

—তাকেই ভাবিছোঁ।



— চক্ৰদাই মোকো সুবিধা কৰি দিছিল। বৰ সহায়কাৰী মানুহ তেখেত। দিব কিবা এটা সুবিধা।

—আজিয়েই লগ ধৰোঁগৈ। তই যা। মই তেখেতৰ ঘৰলৈকে যাওঁ।

—যা তেন্তে।

মোহন সৰু গালটোৱে আগবাঢ়ি গ'ল। ওখ-চাপৰ খলা-বমা, মেৰামতি নোহোৱা ৰাস্তাত ভৰিৰ স্থিৰতা ৰাখিবলৈ গৈ মোহনে কেইবাবাৰো শিলত উজুটিয়ালে ; আন্ধাৰ নিশা এইবোৰ ৰাস্তাৰে খোজকাঢ়ি অহাও বিপদৰ কথা।

অলপ দিনৰ আগতে হৈ-চৈ লগাই পাৰ হৈ যোৱা পৌৰসভাৰ ইলেকশ্যনটোৰ কথালৈ মোহনৰ মনত পৰিল। আৰু কেইটা ইলেক্শ্যনৰ পিচত এইবোৰ ৰাস্তা মেৰামতি হবগৈ মোহনে নুবুজিলে।

দুদিনমানৰ পিচত।

ধীৰেন মৌজাদাৰে মোহনক মতাই আনি গাড়ী চলোৱাৰ কথা সুধিলে। তেওঁলোকৰ নতুনকৈ লোৱা গাড়ীখন চলাবলৈ ভাল ল'ৰা এটা লাগে। ভাবিচিন্তি মোহনে সন্মতি জনালে। কিন্তু পিচ মুহূৰ্ততে মোহনৰ মনটো আকৌ বিষণ্ণ হৈ পৰিল। জয়া বাইদেৱে সেইদিনা কোৱা কথাবাৰলৈ তাৰ মনত পৰি গ'ল।

—বহিছা মোহন ? ভাবোঁতেই জয়া বাইদেউ আহি ওলাল-হিয়েই।

—হয়।

—বহাঁ। গুচি নাযাবাগৈ আকৌ। তোমাৰ কথা দেউতাক ময়েই কৈছিলোঁ। যি কোনো ল'ৰাক ৰাখিব নোৱাৰি নহয়। কিছুমান বৰ বদ্‌মাছ ল'ৰা আছে।

—মই যে বদ্‌মাছ নহয় তাক কেনেকৈ জানিলে বাইদেউ ?

—সেইদিনা তোমাক যে ধম্‌কি দিছিলোঁ, তেতিয়াই জানিলোঁ।

পিচত কিন্তু বেয়া লাগিছিল দেই। তুমি চাগৈ বেয়া পাই গৈছিলা নহয় ?

—ধা-ধমকি, গালি-শপনি, মাৰ-কিল আমাৰ বাবে নতুন বস্তু নহয়। কাৰোবাক বেয়া পালোঁৱেই যেনিবা, তাৰ পৰানো কিটো হব। গতিকে সেইবোৰ কথা ধৰিও নাথাকোঁ।

—ভালেই কৰা। কেতিয়াৰ পৰা থাকিবা ইয়াত ?

—কালিলৈ মানেই আহোঁ নেকি ?

—আহিবা তেন্তে। একো অসুবিধা নোপোৱা বুইছা ? আমাৰ প্ৰাইভেট গাড়ীহে। টলৌ-টলৌকৈ ঘুৰি ফুৰিবও নালাগে।

—হয়।

—আনিছ ? দে দে। চাহ কাপ খাই লোৱা মোহন।

চাহ কাপলৈ হাত মেলি মোহনে ছোৱালীজনীলৈ চালে। আৰু এজনী চিনাকি ছোৱালী ওলালহি। বুলুৰ চকুৰ কোণ দুটাত কিবা এটাই যেন জিল্‌মিলাই হে গ'ল। চাহ খাই মোহন তাৰ পৰা ওলাই আহিল।

পিচ দিনা।

চালিখনৰ তলৰ কোঠাটোত বিছনাখন ঠিক কৰি লৈ মোহনে ইফালে সিফালে চালে। লিচুজোপাৰ ছাঁতে সজোৱা চালিখন গ্ৰীষ্মকালৰ বাবে বেছ উপযোগীয়েই হবগৈ। ইয়াত থাকি হয়তো সিমান ভাল নালাগিব ঃ মোহনে ভাবিলে। এৰি থৈ অহা মানুহ ঘৰলৈ তাৰ মনত পৰিল। ওলাই আহিবৰ সময়ত সি কান্দিছিল। তাৰ মৰম আকলুৱা মনটোৱে ছট্‌ফটাবলৈ ধৰিছিল। পৰিচিত এমখা মানুহৰ সান্নিধ্য এৰি অপৰিচিত মানুহ কিছুমানৰ মাজত বাস কৰিবলৈ ওলাই সি ফেকুৰিছিল।

বিছনাখনত বহি মোহনে কোঠাটোৰ চাৰিওফালে চকু ঘূৰালে। বেৰত আঁৰিবলৈ কেইখনমান ছবি অনাৰ কথা ভাবিলে। নতুন পৰিবেশ এটাৰ লগত সহজভাবে চলি যাবলৈ মোহনে চেষ্টা চলালে। জয়া বাইদেউৰ প্ৰতি থকা পূৰ্বৰ ধাৰণা সলনি হৈ আহিল। বাহিৰৰ পৰা যেনে কৰ্কশ যেন লাগে, প্ৰকৃততে মানুহজনী তেনে নহয়। আৰু বুলু ? সৰু ছোৱালীৰ মৰমলগা সৰলতাখিনিৰে বুলু এতিয়াও ভাল লগা হৈয়ে আছে। ঘৰখনত থাকি মোহনৰ বেয়া লগা নাই।

সেইদিনা অকলশৰে বহি মোহনে কিবা এটা ভাবিছিল। এনেতে পিচফালৰ পৰা আহি বুলুৱে মাতিলেহি।

—মোহন দা ?

—ওঁ। মোহনে উভতি চালে।

—উচপ্ খাই উঠিল যে ?

—ক'তা ?

—ইস্ মই হবলা দেখা নাই ! বুলুৱে পাতলকৈ হাঁহিলে।

—চোৰৰ দৰে মনে মনে কিয় আহিছিলা ?

—ভাবৰ আঁত হেৰুৱাই দিবলৈ।

—তাৰ পৰা কি লাভ হবনো ?

--অলপ ভাল লাগিব।

—কেনেকৈ ?

— আনক অমনি কৰিও কেতিয়াবা ভাল লাগে নহয়। আপুনি আকৌ বেয়া পাই গ'ল নেকি ?

—নাই, কিয় বেয়া পাম।

—আজি মনটো ভাল লগা নাই জানে। এই ডাঙৰ মানুহবোৰৰ ঘৰত খাটি খোৱাও কম কথা নহয়।

—তাৰ মানে...... মোহনে মূৰ তুলি বুলুৰ ফালে চালে।

—আজি বাইদেউ ঘৰত নাই নহয়। ল'ছালি কেইটাৰ আউল মাৰিয়েই তৰণি পোৱা নাই। তাতে আকৌ আইক গা ধুবলৈ পানী

দিয়া অলপ বেলি হ'ল। খঙৰ ভমকত আয়ে বহুত বেয়া বেয়া কথা কৈছে। ইয়াৰ পৰা কিজানি খেদিয়েই দিব।

—তেতিয়া হলে তুমি……

—মই চাকৰণী হে।

—চাকৰণী! তোমাৰ মা, দেউতা—

—কোনো নাই। সেইবোৰ কথা সুধিলে মই বেয়া পাওঁ। নুসুধিব দেই কেতিয়াও।

মোহনে একেথৰে বুলুৰ ফালে চাই থাকি কিবা এটা ভাবিলে। বুলুৰ বিষয়ে জনাৰ আগ্ৰহটো নিমিষতে চেঁচা পৰি গ'ল তাৰ।

বুলুৱে খিৰিকীৰ হুক্‌ডাল বন্ধ কাৰ দিলেগৈ। ভিতৰত পৰা ওলাই অহা পোহৰখিনিও বন্ধ হৈ গল। বুলু পুনৰ লাহে লাহে মোহনৰ ওচৰ চাপি আহিল। লিচু জোপাৰ ছাঁতে বৈ মোহনে বুলুৰ ফালে চালে।

—বাইদেৱে কি কৈছে জানে?

—কি?

—আপুনি বোলে খুব শান্ত। সেই বাবেহে দেউতাক কৈ আপোনাক অনাইছে। গাড়ী লোৱাৰ চখ্‌টো আচলতে বাইদেউৰহে। দেউতাৰ এইবোৰ একো নাই।

—হয়নেকি?

—কি ভাবিছে মোহন দা, আপুনি সেইদৰে মন মাৰি থাকে কিয়? মোহনৰ হাতখনত ধৰি বুলুৱে জোকাৰি দিলে।

বুলুৰ ফালে চাই মোহনে হাঁহিলে। এনেতে ভিতৰত কোনোবাই বুলুক বিচাৰিলে।

—আপুনি ৰওক দেই। মই যাওঁ। লৰ মাৰি বুলু ভিতৰ সোমালগৈ।

মুখ ঘূৰাই মোহনে আকাশৰ ফালে চালে। লিচু জোপাৰ পাতত এজাক পোহৰে ধেমালি কৰিছে। সবল ৰেখাৰ গতিৰে এমুঠি পোহৰ



আহি চালিখনতো পৰিছেহি। গাড়ীখনৰ পিচৰ অংশটো পোহৰৰ ৰশ্মি লাগি চিক্‌মিকাই উঠিছে।

বুলু কিজানি আকৌ আহিব : মোহনে ভাবিলে।

জোনাক নিশাবোৰ প্ৰাণেৰে উপভোগ কৰিবলৈ বুলুৰ দৰে মৰম লগা ছোৱালী এজনীৰ প্ৰয়োজন—মোহনে আজি সঠিক ভাবে অনুভৱ কৰিলে। বুলুৰ পৰা পোৱা সৰু পৰিচয়টোৱে মোহনক চিন্তাত পেলালে। বুলুক চাকৰণী ছোৱালী বুলি সি অনুমানকে কৰিব পৰা নাছিল।

সেইদিনা ৰবিবাৰ।

জয়া বাইদেউৰ নিৰ্দেশত বুলু আৰু মোহনে খোৱা-বোৱাৰ বস্তু কিছুমান গাড়ীত ভৰালে। অলপ পিচতে জয়া বাইদেউ ওলাই আহি বুলুক চিঞৰিলে।

বুলু ওলাই আহি গাড়ীত উঠিলহি। মোহনে গাড়ী চলাই দিলে। মহেশ উকীলৰ পদূলিত গাড়ী ৰখোৱাৰ লগে লগেই উকীল ওলাই আহিল। জয়া বাইদেউৰ লগতে পিচৰ ছিটত বহিলহি। মোহনে গাড়ী এৰি দিলে।

আকাশী গঙ্গাৰ আশ্ৰমৰ দাঁতিত গাড়ী ৰাখিলেগৈ।

মহেশ উকীল আৰু জয়া বাইদেউ অলপ আগবাঢ়ি গল। বুলুৱে ডিঙি মেলি পাহাৰ শাৰীলৈ চালে। পানীৰ হৰ্ হৰ্ শব্দ এটা কাণত পৰিলহি।

কিছুদূৰ গৈ জয়া বাইদেউহঁত উলটি আহিল।

গাড়ী অলপ আগুৱাই নিবলৈ ইঙ্গিত দিলে। কিছুমান মানুহৰ মাত শুনা গল। মোহনে গাড়ীখন কমলাটেঙাৰ গছ কেইজোপাৰ ফালে আগুৱাই নি ঘূৰাই আনিলে। গাড়ী ৰখাই বস্তু-বাহানি নমালে। জয়া বাইদেৱে কাপোৰ সজ সলাই ভাত ৰন্ধাৰ দিহা কৰিলে। শুকান কাঠ এটুকুৰাত বহি মহেশ উকীলে দুই এটা কথা

কলে। বুলু আৰু মোহনে পানী কঢ়িয়াই ৰন্ধা-বঢ়াৰ যোগাৰ কৰি দিলে। খাই-বৈ উঠি জয়া বাইদেউহঁতে বিছনাখন পাৰি অলপ জিৰণি লব খুজিলে। বুলু আৰু মোহন আকাশীগঙ্গাৰ জলধাৰাৰ উদ্দেশ্যে আগবাঢ়ি গ'ল। বুলুক হাতত ধৰি পানীৰ যুঁৰলিত থকা শিল এছটালৈ মোহনে নমাই নিলে। ভয়, বিস্ময় আৰু অবাক দৃষ্টিৰে বুলুৱে ওপৰৰ পৰা বৈ অহা জলৰাশিলৈ চালে। মোহনে আঙুলিয়াই ওপৰৰ ফালে দেখুৱালে। মূৰ তুলি ওপৰলৈ চাই বুলু স্তম্ভিত হৈ গল। ইমান ভাল লাগে। বুলুৱে ভাবিলে।

—তাত কি আছে জানা ?

—কি আছে ? আগ্ৰহেৰে বুলুৱে সুধিলে।

—মন্দিৰ এটা আছে। দিগম্বৰ বাবা এজন থাকে।

—ই আই ! ইমান ওপৰত ! তালৈ যায় কেনেকৈ ?

—সৌফালেদি পৰ্বতৰ ওপৰলৈ উঠা বাট এটা আছে। সেই-পিনেদিয়েই অহা-যোৱা কৰে। সেই চপৰা শিললৈ যাওঁ বলা।

—ই ভয় লাগে।

—ধেৎ কিহৰ ভয় ! মোহনে বুলুৰ হাতখনত ধৰিলে। ভয় ভয়কৈ শিলে শিলে ভৰি পিচলাই কেই চপৰামান শিল পাৰহৈ গ'ল। এচপৰা বহল শিলত থিয় কৰাই মোহনে বুলুক এৰি দিলে। আনন্দত অধীৰা হৈ বুলুৱে চাৰিওফালে চালে। আকাশীগঙ্গাৰ অবিৰাম বৈ থকা জলধাৰাৰ মৌবৰষা সুৰে বুলুক মুগ্ধ কৰিলে। ঠাই খণ্ডৰ প্ৰাকৃতিক গাম্ভীৰ্য্যই মোহনকো মুগ্ধ কৰি পেলালে।

কিছু সময় কাৰো মাত নাই।

দুটা কিশোৰ মন স্বপ্ন বিচাৰি পৰ্বতে পৰ্বতে জঁপিয়াবলৈ ধৰিলে।

—বুলু !

—কি ?

—যাওঁগৈ ব'লা। বাইদেউহঁতে খং কৰিব নহয় !

—বলক তেন্তে।



—আহাঁ। জঁাপ মাৰি মোহনে শিল এচপৰা অতিক্ৰম কৰিলে।

—ৰ'ব। বুলুৱে ভৰি এখন শিলত পিচলাই দি আকৌ আঁতৰাই আনিলে— মোহনদা, ইস্ যাব নোৱাৰোঁ যাওক।

—পাৰিবা আহাঁ। আন এচপৰা শিলৰ পৰা মোহনে উলটি চালে।

—ইঃ নোৱাৰোঁ, ভয় লাগে আকৌ।

—ধেৎ থাকা তেন্তে ! মই যাওঁগৈ শিল বগাই মোহন ওপৰলৈ উঠিল। বুলুৱে আকৌ এবাৰ ভৰিখন নমাব খুজি এচপৰা শিলত খোপনি বিচাৰিলে। হাতখন পচলি যোৱাত শিলৰ ওপৰতে বুলু বহি পৰিল।

—আহাঁ না। মোহনে মাতিলে।

মোহনলৈ মূৰ তুলি চাই বুলুৱে তলমূৰ কৰিলে। মোহনে দেখিলে বুলুৰ দুচকুত দুটোপাল চকুলো বিৰিঙিছে।

—ইমান ভয় ! মোহন আকৌ তললৈ নামি গ'ল। অভিমান কৰি বুলুৱে উচুপিবলৈ ধৰিলে।

—আকাশীগঙ্গাত কান্দিব নাপায় নহয় বুলু। বাহুত ধৰি মোহনে বুলুক দাঙি দিলে। কান্দিলা কেলৈ ?

—ইঃ। বুলুৱে হাঁহিবলৈ চেষ্টা কৰিলে। পাৰত উঠি বুলুৱে মুখখন মচি পেলালে। বেলি তেতিয়া লাহ দিছিল। গছৰ সুৰুঙাৰে সূৰ্য্যৰ ৰশ্মি আহি পানীত পৰি জিলমিলাই উঠিছিল। আকাশীগঙ্গাৰ পিচল শিলৰ ওপৰেদি ফেনেকোটোকাৰে বৈ থকা পানীৰ বুকুত পোহৰ পৰি চিক্‌মিক জেউতি এটা ওলাইছিল। শেষবাৰলৈ আকাশীগঙ্গাৰ ৰূপ ৰাশি হেঁপাহ পলুৱাই চাই বুলুৱে মোহনক অনুসৰণ কৰিলে।

গাড়ীৰ কাষত বৈ বৈ মোহনৰ আমনি লাগিল। বুলুৱে গাড়ীত বহি টোপনিয়াবলৈ ধৰিলে।

বেলি মাৰ যোৱাৰ আগে আগে মহেশ উকীল আৰু জয়া বাইদেউ আহি ওলালহি। জয়া বাইদেউৰ খোজত ক্লান্তিৰ চিন এটা মোহনে দেখিবলৈ পালে। গাড়ীত উঠি জয়া বাইদেৱে দীঘলকৈ হামি এটা

মাৰিলে। মুখৰ পৰা মদৰ গোন্ধ এটা আহি বুলুৰ নাকত লাগিলহি। জয়া বাইদেউলৈ এবাৰ উলটি চাই বুলুৱে আনকালে মূৰ কৰিলে। মোহনে পাকৈত হাতেৰে ষ্টাৰিং ঘূৰাই আন্ধাৰৰ বুকু ফালি গাড়ীখন চলাই দিলে।

—কৰপৰা আহিল মোহনদা ?

—দোকানৰ পৰা।

—সন্ধিয়া হলে সদায় দোকানলৈ কেলৈ যায় বাৰু ?

—অলপ ওলাই নগলে জানো বেয়া নালাগিব! কৈ কৈ মোহনে চাৰ্টৰ বুটামকেইটা খুলিলে।

—তাৰ মানে ইয়াত থাকি ভাল নালাগে, নহয় জানো ?

—লাগে, কিয় নালাগিব। মোহনে আন ফালে মুখ ঘূৰালে।

—চাওঁ ৰবচোন। লু ওচৰ চাপি গল : আপুনি মদ খাই আহিছে মোহনদা ?

—মদ, ওঁ খাইছোঁ। কিন্তু মেজাজ ঠিক আছে। মদ নাখালে গাড়ী চলাম কেনেকৈ ? চব ড্ৰাইভাৰেই মদ খায়। মই নাখালে সিহঁতে বেয়া পাব।

—আনে বেয়া পাব বুলিয়েই মানুহে মদ খায়নে ? মদ খোৱা মানুহবোৰলৈ বৰ খং উঠে মোৰ।

—সকল ড্ৰাইভাৰবোৰেই মদ নাখায় বুলু। মদ নিবাৰণী অভিযান চলোৱা গোলাপ দাৰোগা, সভা-সমিতিত ডাঙৰ ডাঙৰ বক্তৃতা দিয়া দিবাকৰ গোস্বামী, লোক সভাৰ সদস্য হেমন্ত মেধি, জনপ্ৰিয় সাহিত্যিক সুন্দৰ গগৈ, তোমাৰ জয়া বাইদেউ আৰু মহেশ উকীল এই সকলোবোৰেই মদ খায় দেখোন। আৰু আমি—

—মিছা কথা। সেইবিলাকেতো আপোনালোকৰ দৰে টেটুলৈকে মদ ঢালি আলিয়ে গলিয়ে বলিয়ালি কৰি নুফুৰেগৈ।

—ওঁ। তেওঁলোকে মদ খায় ড্ৰইং-ৰুমৰ ভিতৰত আৰু আমি



খাওঁ দোকানে-পোহাৰে, আলিয়ে-গলিয়ে সকলোতে। কিন্তু খায়তো সকলোৱেই।

—আনৰ কথা নালাগে। অপুনি কিন্তু মদ এৰিব লাগিব।

—মদ এৰিলে যে জীয়াই থাকিব নোৱাৰিম।

—সেইবোৰ বাজে কথা নকব।

—তুমি এইবোৰ নুবুজিবা বুলু। আমি সেইখন পৃথিবীৰ মানুহ, মদ নাখালে য'ত ভদ্ৰতা নাথাকে, গুণ্ডামী নকৰিলে আত্মসন্মান নৰয়, অশ্লীল নহলে পুৰুষত্ব নাবাচে, ঘোচা নাদাঙিলে কাবু কৰিব নোৱাৰি। আমি সেইখন পৃথিবীৰেই মানুহ।

—ওঁ। হয় হয়। যাওক আপোনাৰ লগত কথা নাপাতোঁ। উচাৎ মাৰি বুলু আঁতৰি গলগৈ।

লিচু জোপাৰ তলৰ পৰা আঁতৰি আহি মোহনে বিছনাত বাগৰ মাৰিলে। কৰবাৰ পৰা গানৰ সুৰ এটা উটি আহিল। আবৃত্তি কৰিবলৈ আৰম্ভ কৰি মোহন অলপ বৈ গল।

—ঐ বুলু শুনচোন।

—সোণদা কি কওক।

—পানী এগিলাচ দেচোন।

—ডিঙি শুকাই আহিছে নেকি সোণদা ? আহি পায়েই দেখোন···

—এবা অ' ঘৰলৈ আহিলেই কিয় জানো পিয়াহ লাগি যায়।

—ঘৰৰ পানী মিঠা নেকি ?

—তই হে জান।

—মই চেনি মিহলাই দিওঁ নেকি ?

—তোৰ হাতৰ পানী এনেয়েই মিঠা লাগে, জান!

—ইস্! বুলু ভিতৰ সোমাই গ'ল। বৰমইনাই চিগাৰেট এটা জ্বলাই ইজি-চেয়াৰখনত বহি ভৰি এখন ওপৰলৈ তুলি ললে। কৰবাৰ পৰা কুকুৰটো ওলাই আহি জাপমাৰি বাৰাণ্ডালৈ উঠিল।

বৰমইনাই মুখেৰে শব্দ কৰি "মোহন" "মোহন" কৈ মাতিলে। দৰ্জাখন খুলি মোহন বাহিৰলৈ ওলাই আহি তাক মাতিছে নেকি গম ললে। কুকুৰটোৱে নেজ জোকাৰি উলাহৰ ভঙ্গীৰে বাৰাণ্ডাৰ পৰা জঁাপ মাৰি কেনিবা লৰ মাৰিলেগৈ। মোহন আকৌ ভিতৰ সোমাল।

—এয়া পানী সোণদা।

—দে। বৰমইনা বাৰাণ্ডাৰ পৰা উঠি ঘৰৰ ভিতৰ সোমাল। পানী গিলাচ দি বুলু ভিতৰলৈ যাব খুজিলে।

—শুন।

—কি?

—কি কৰগৈনো ভিতৰত?

—কাম আছে।

—তই দেখিছোঁ মোৰ পৰা পলাই থাকিবলৈ বিচাৰ। কিয় বাৰু?

—ক'তানো পলাইছোঁ!

—বুজিছোঁ দে। সেই খিৰিকীখন বন্ধ কৰি দেচোন।

বুলুৱে খিৰিকীখন বন্ধ কৰি দিলে। বৰমইনাই বুলুৰ ফালে চাই থাকি মিচিকিয়াই হাঁহিলে। কেৰাহিকৈ চাই এবে চোঁচাই বুলু ভিতৰ সোমাল। আধা পোৰা চিগাৰেটটো ছাইদানিটোত পেলাইদি বৰমইনাই পানী গিলাচ পিলে। ছোফাখনত বহি বেৰত আঁৰি থোৱা নৃত্য-পতিয়সী ছোৱালীজনীলৈ একান্ত ভাবে চাই থাকি কিবা এটা ভাবিলে।

—চি, এ, টি = কেট। কেট মানে এন্দুৰ।

এম, এ, টি = মেট। মেট মানে নিগনি।

আৰ, এ, টি = ৰেট। ৰেট মানে, ৰেট মানে···

—ৰেট মানে এন্দুৰ।



—ই নহয় যোৱাঁ। ৰেট মানে····

—কি তেন্তে?

—পাহৰি গৈছোঁ ৰবা।

—হয় দিয়া বুলবুল, ৰেট মানে এন্দুৰ, মেট মানে ঢাৰি, আৰু কেট মানে মেকুৰী। তুমি ভুল ভুলকৈ পঢ়িছা।

—তুমিহে ভুলকৈ কৈছা। বাইদেউক মাতোনে?

—মাতা।

—কি হ'ল বুলবুল?

—সেয়া আহিলেই। কওঁ, কওঁ নে?

—কবই নালাগে। মই শুনিছোঁ তই কি পঢ়িছ। কিতাপলৈ চাই চাই নপঢ় কিয়?

—মোহন?

—বাইদেউ!

—তই বুলি মাতিলে বেয়া পাবি নেকি? ঘৰৰ ল'ৰা যেন লাগিছে, সেয়েহে কৈছোঁ।

—কিয় বেয়া পাম বাইদেউ!

—তই কিমানলৈকে পঢ়িছিলি?

—ক্লাছ ছিক্সলৈকে।

—পঢ়াত তোৰ খুব ধাউতি নেকি?

—মন যায় কেতিয়াবা এওঁলোকে পঢ়া দেখিলে।

—তেতিয়া হলেচোন তই পঢ়ি থাকিবও পাৰ। ৰাতিপুৱা গধূলি ময়েই চোন অলপ পঢ়াব পাৰোঁ। পঢ়িবি জানো?

—সুবিধা হলে পঢ়িম বাইদেউ।

—অসুবিধা কি আছেনো; কামৰ সময়ত কাম কৰিবি, আন সময়ত পঢ়িবি। তোক কোনে বাধা দিছেনো?

—আচ্ছা।

—এটা কাম কৰিবি মোহন। চাওঁ আহচোন। মোহনক আন এটা কোঠালৈ মাতি নিলে। বহ ইয়াতে।

—মূঢ়া এটাকে আনো।

—নালাগে। মোৰ বিছনাত বহিলে একো নহয় দে। গাটো অলপ পিটিকি দেচোন। বৰ বেয়া বেয়া লাগিছে পাই।

—বুলু নাইনেকি ?

—আছে। তাইক দাইলখন বহাবলৈ দি আহিছোঁ। একো নহয় দে। ওঁ এই ফালে অলপ ওপৰলৈ। জয়া বাইদেউৰ পিঠিখন মোহাৰি মোহাৰি মোহনে অস্বস্তি বোধ কৰিলে। সোনকালে তাৰপৰা ওলাই আহিবলৈ উচপিচ লগালে। অলপ সময় পিঠি মোহাৰি দি কোঠাৰ পৰা সি বাহিৰলৈ ওলাই আহিল—। মুখহাত ধুই পঢ়াৰ কোঠাত সোমায়েই বৰমইনাই বুলুক মাতিলে ঃ বুলু ?

—সোণদা !

—চাওঁ।

—কিয় মাতিছিল ? আঁতৰৰ পৰাই বুলুৱে সুধিলে।

—তহঁতে ঘৰখনত কি কৰি থাক ? এইবিলাক দেখা নাই ? এই কিতাপবোৰ অলপ চিজিল কৰি থবও নোৱাৰ ? কিতাপ দুখনমান ইফাল সিফাল কৰি কলে।

বৰমইনাৰ মুখলৈ চাই বুলুৱে ভাবিলে—আজি দেখোন সোণদাৰ মেজাজ গৰম। একো উত্তৰ নিদি টেবুলৰ ওপৰত থকা ডাঙৰ ডাঙৰ কিতাপ কেইখন বেক ডালত সজাই থলে। বাতৰি কাকত দুখন শৃঙ্খলা লগাই ৰাখিলে।

—চাওঁ। বাতৰি এখন দে। বৰমইনাই হাত পাতিলে।

কাকত এখন বৰমইনাৰ হাতলৈ দি বুলুৱে ফুলদানিটো পোনাই থলে।

—শুন। বৰমইনাই মাতিলে।

—কওক ?



—বাইদেউ ক'ত আছে ?

—পাক্ ঘৰত।

—চিগাৰেট কেছটো আনি দেচোন। এই জোতাযোৰ অলপ পালিচ কৰি থবি।

—ক'ত আছে নো ?

—ড্ৰেছিং ৰুমৰ ড্ৰয়াৰত চাবি।

—বুলু ড্ৰেছিং ৰুমলৈ সোমাল।

—পালি ? বৰমইনাই চিঞৰি সুধিলে। নাইচোন ইয়াত। ভিতৰৰ পৰাই বুলুৱে উত্তৰ দিলে।

—ধেইৎ। একো কামৰ মানুহ নহয় তহঁত। ৰবি। বৰমইনা উঠি গৈ ড্ৰেছিং ৰুমত সোমাল। বুলু ওলাই আহিব ধৰোঁতেই তাইৰ হাতত থাপমাৰি ধৰিলে।

—দুষ্ট ছোৱালী। ঘৰতে থাক, অথচ বস্তু এটাও বিচাৰি উলিয়াব নোৱাৰ। বুলুক ৰুমৰ ভিতৰলৈ টান মাৰি লৈ গল।

—উস্ দুখ পাইছোঁ, সোণদা। এৰি দিয়ক। হাত দুখনেৰে বুলুৱে বুকুখন ঢাকি ধৰিলে। বুলুক গৰামাৰি ধৰি বৰমইনাই লাইটটো নুমুৱাই দিলে। শৰীৰৰ সমগ্ৰ শক্তি প্ৰয়োগ কৰি এৰাই আহিবলৈ বুলুৱে চেষ্টা কৰিলে।

—ছিঃ সোণদা, চিঞৰি দিম কিন্তু।

—চুপ। বৰমইনাই বুলুৰ মুখত হাতেৰে সোপা দিলে। উপায় নাপাই বুলুৱে বৰমইনাৰ হাতত কামোৰ মাৰি ধৰিলে।

—উস্। বৰমইনাই হাতখন এৰুৱাই আনিলে।

সুযোগ পাই লৰ মাৰিব ধৰোঁতেই সৰু টেবুলখনত খুন্দা খাই বুলু হামখুৰি খাই পৰি গ'ল। টেবুলখনে আলমাৰি এটা খুন্দা মাৰি শব্দ কৰি দিলে। দৰ্জ্জাখন ঠেলি বুলু লৰি বাহিৰলৈ আহিল।

ভিতৰ ফালৰ বাৰাণ্ডাত জয়া বাইদেউৰ মাত শুনি বৰমইনাই লাইটটো জ্বলাই দিলে।

—বুলু! ভিতৰৰ পৰা জয়া বাইদেৱে মাতিলে।

—বাইদেউ! বাহিৰৰ বাৰাণ্ডাৰ পৰা বুলুৱে সঁহাৰি দিলে।

—ক'ত আছগৈ?

—বাহিৰত। বুলু ভিতৰ সোমাই গ'ল। বৰমইনা সাউৎ কৰে ওলাই আহি পৰ্টিকত বহিলহি।

—কি হ'ল বুলু?

—একো হোৱা নাই বাইদেউ।

—কান্দিছিলি নেকি? চকু দুটা দেখোন সেমেকি আছে? জয়া বাইদেৱে বুলুৰ মুখলৈ চালে। একো নামাতি বুলুৱে তলমূৰ কৰিলে।

—কান্দিবলৈ আকৌ হৈছে কি?

বুলুৱে একো নামাতিলে

—বৰমইনাই কিবা ক'লে? জয়া বাইদেৱে সুধিলে।

—নাই। বুলুৱে উত্তৰ দিলে।

—কিবা অসুখ হৈছে নেকি?

—ওঁহো।

—তেন্তে?

—মালৈ মনত পৰিছে। হুকুহুকুকৈ বুলুৱে কান্দি পেলালে।

—ধেৎ আকৰী ছোৱালী। ব'ল পাকঘৰলৈ। বুলুক হাতত ধৰি জয়া বাইদেৱে পাকঘৰৰ ভিতৰলৈ লৈ গ'ল। দুই-চাৰিটা কথাৰে পাতল বুজনি দিলে। বুলুৱে দুখত ফেকুৰি ফেকুৰি কান্দিলে। বৰমইনা ভাত খাবলৈ অহাৰ আগতেই বুলু ওলাই আহিল। বাৰাণ্ডাৰ চুকতে বৈ আকাশলৈ চাই খন্তেক ৰল। আন্ধাৰতে ইফালে সিফালে চাই বৰমইনা ভিতৰ সোমাল। খাই-বৈ ওলাই আহি বিছনাত পৰিলহি। পোহৰত বুলুৰ ফালে চোৱাৰ সাহস তেওঁৰ যেন নোহোৱা হৈ গ'ল। বুলুৱে যদি বাইদেউক কৈ দিয়ে? বৰমইনাই ভাবিলে। মনটো অপৰাধী যেন লাগি গ'ল। ডাঙৰ ডাঙৰ কিতাপ পঢ়া বিশ্ববিদ্যালয়ৰ ছাত্র



বৰমইনা ফ্ৰক-পেন্ট পিন্ধা বান্দী এজনীৰ হাতত পৰাজিত হল। আনদিনাৰ দৰে পানী এগিলাচ হাতত লৈ ভয়ে ভয়ে বুলু বৰমইনাৰ বিছনাখনৰ ওচৰ চাপি আহিল। পানী গিলাচ প্লেটখনেৰে ঢাকি টেবুলৰ ওপৰতে থৈ বিছনাখনৰ ফালে বুলুৱে মুখ ঘুৰালে। বুকুখন আকৌ টিপটিপাই গ'ল।

সোণদাটোৰ যে আজি কি হৈ গৈছিল! ইমান জোৰেৰেনো সাৱটি ধৰেনে? এতিয়াও বুকুখন বিষায়েই আছে। বুলু ৰুমৰ পৰা ওলাই আহি ভিতৰ সোমালগৈ। বিছনাত বাগৰ মাৰি বুলুৱে হৈ যোৱা ঘটনাটোৰ কথা ভাবিলে।

—দোকানলৈ যোৱাটো বন্ধ কৰি দিছোঁ কৰিম। কিমান মদ খালোঁ খবৰ আছে? চব টকা মদত উৰাই দিলোঁ।

—আৰে পাগল! ভোগ কৰিবলৈকে তো টকাৰ প্ৰয়োজন।

—মিছা কথা। সেইটো আমাৰ ভুল ধাৰণা। মদৰ নিচাই আমাৰ মূৰৰ পৰা চিন্তা কৰাৰ শক্তিকণো কাঢ়ি নিলে। জীৱনটোক আমি ওপৰে ওপৰেহে চাবলৈ শিকিলোঁ।

—তই জানো দেখা নাই, আমাৰ চাৰিওফালে থকা সমাজখনে কিদৰে আমাক ঘৃণা কৰে, অন্য এখন পৃথিবীৰ বনৰীয়া মানুহ বুলি ভাবে! কিয়, আমিতো একো পাপ কৰা নাই। গাড়ী চলাইছোঁ, দেশক প্ৰগতিৰ পথত আগবঢ়াই নিছোঁ। উচিত মতে পইচা লৈছোঁ। আমিও এখন স্বাধীন দেশৰ নাগৰিক। আমাৰো কিছুমান দায়িত্ব আছে; এটা ভৱিষ্যত আছে। ভৱিষ্যতটোক এইদৰে ধ্বংস কৰি দিয়াটো অন্যায় হৈছে।

—ডাঙৰ ডাঙৰ কিতাপ পঢ়া মানুহবোৰৰ দৰে তয়ো ভাবিবলৈ হিকিছ মোহন। আমি তলশ্ৰেণীৰ মানুহ; আমাৰ বাবে মদৰ প্ৰয়োজন আছে।

—একো প্ৰয়োজন নাই। মদ, মঙহ আৰু নাৰীয়েই জীৱনৰ

প্ৰধান লক্ষ্য নহয়। জীৱনত সদায় আনৰ হুকুম পালি, আলিয়ে গলিয়ে বলিয়ালি কৰি বেশ্যা নাৰীৰ পেট প্ৰবৰ্তায়েইতো চলি যাব নোৱাৰিবি।

—আৰুনো কি কৰিবি ?

—আন আনবোৰ মানুহে যি কৰে। ড্ৰাইভাৰ হৈয়ো নিজৰ নিজৰ কামৰ জৰিয়তে আমি দেশৰ মঙ্গল সাধিবগৈ লাগিব। পিঠিত দায়িত্বৰ বোজাৰে কৰ্তব্যক আওকাণ কৰিলে নচলিব।

—যাঃ তোৰ মাথা খাৰাপ হৈ গৈছে।

—এইবোৰ কথা তইঁতে এতিয়াই বুজি নাপাবি। অনুশোচনাৰ সময় তইঁতৰ এতিয়াও অহা নাই কৰিম।

—না, না। হেইবোৰ অনুহোচনা আমাক নালাগে।

—যা তেন্তে। মোৰ অলপ অন্য কাম আছে। পিচত কথা হম, বুজিছ ?

কৰিম দোকানৰ ফালে গ'লগৈ। মোহনে ঘৰৰ ফালে খোজ ললে। হিমানটোক এবাৰ লগ পাব লাগিছিল। মোহনে ভাবিলে। এতিয়া চাগে সিয়ো মহলদাৰৰ দোকানত বহি আকাশ কুসুম ৰচিছে। হয়তো কোনোবা বেশ্যা নাৰীৰ আখ্যান মেলিছে। পাতল কথাৰে আড্ডা জমাই এমখা ডেকাৰ যৌন-তৃষ্ণা পূৰাইছে।

—ক'ত ফুৰিলেগৈ মোহনদা ? গেটৰ ভিতৰৰ পৰাই বুলুৱে সুধিলে।

—নদীৰ পাৰত। ভিতৰ সোমাই মোহনে উত্তৰ দিলে।

—দোকানলৈ যোৱা নহব জানো ?

—আহিছোঁহে।

—মেজাজ ঠিক আছেতো ?

—জৰুৰ।

মোহন চালিখনৰ ফালে আগবাঢ়ি গ'ল। বুলুৱে গেটখন বন্ধ কৰি দি বাৰাণ্ডাতে মূঢ়া এটাত বহি গুণগুণকৈ কিবা এটা গীতৰ আবৃত্তি কৰিলে। পিচফালৰ পৰা মোহনে আহি বুলুৰ কাষত শব্দ কৰি দিলেহি।

—সেয়া, এনেকৈ মনে মনে কিয় আহে বাৰু ?

—চিঞৰি আহিলেও যে মদ খাই মাতলামি কৰিছোঁ বুলি ভাবি লোৱা।

—তেতিয়া হলে মদ নোখোৱাৰ প্ৰমাণ কৰিবলৈকে মনে মনে আহিছে ?

সেয়েতো।

—চাওঁ বাৰু। বুলুৱে মোহনৰ গাৰ পৰা মদৰ গোন্ধ আহেনেকি, শুঙি চাব খুজিলে।

—দুৰ ! বিশ্বাস নকৰা কিয় ! মদ খাবলৈ এৰি পেলাইছোঁ জানা।

—সঁচা ?

—ওঁ।

—বাঃ !

—ভাল ল'ৰা হবলৈ চেষ্টা কৰিছোঁ।

—ভাল ল'ৰা হবলৈ চেষ্টা কৰি আৰু বেয়া হৈ যায় বুলিহে সন্দেহ।

—কেনেকৈ ?

—দেখিছোঁ নহয়।

—কি দেখিছা বুলু ? মদ খাবলৈ এৰিছোঁ, দুষ্ট ল'ৰাৰ সঙ্গৰ পৰা আঁতৰি আহিবলৈ আৰম্ভ কৰিছোঁ, পঢ়িবলৈ লৈছোঁ। এইবোৰ জানো ভাল ল'ৰা হোৱাৰ প্ৰস্তুতি নহয় ?

—পঢ়িছে ক'ত ?

—ঘৰতেই। বাইদেৱেই পঢ়ুৱাইছে, দেখা নাই জানো ?

—সেই কাৰণেহে কৈছোঁ—

—কি কব খুজিছা, বুজাই নোকোৱা কিয় ?

—শুনক তেতিয়াহলে— । বাইদেউৰ ওচৰত আপুনি আৰু নপঢ়িব ।

—পঢ়িলে কি হবনো ?

—আপুনি পঢ়িব নোৱাৰিব। বাইদেৱে আপোনাক……নকওঁ যাওক।

—কোৱা, বৈ গলা কিয় ?

—পিচত বুজিব নহয়। এতিয়া আপুনি যাওক মোহনদা। সোণদা আহিবৰ হৈছে।

—তেখেতলৈ খুব ভয় কৰানেকি ?

—আপুনি তেখেতৰ কথা নাজানেতো ? সাংঘাতিক ল'ৰা। আপোনাৰ প্ৰতিও সদ্ভাব নাই কিন্তু।

—কিয় ?

—সেইটো তেখেতেহে জানে। ঘৰখনত এই ছুয়োজনেই বেলেগ ধৰণৰ মানুহ। কৈ কৈ বুলু ভিতৰ সোমাই গ'ল। মোহনে হাত-মুখ ধুই কিতাপ এখন মেলি ললে। এনেতে জয়া বাইদেউৰ মাত শুনি মোহন বাহিৰলৈ ওলাই আহিল।

—খিড়িকীখন বন্ধ কৰি দেচোন মোহন। দৰ্জাখনৰ হুকটোও লগাই থৈ আহিবি। ঠাণ্ডা বতাহবোৰ আহি আছে।

মোহনে খিড়িকীখন বন্ধ কৰি দৰ্জাৰ হুক্‌টো লগাই দিলে।

—বহ ইয়াতে। বিছনাতে বহিবলৈ ইঙ্গিত দি সামান্য ভাবে গাটো লবালে। সঙ্কুচিত মনেৰে মোহনে মূৰ তুলি চালে। বুকুৰ ওপৰত থকা চাদৰখন বোধহয় কেতিয়াবাই পিচলি পৰিল। ব্লাউজৰ তলেদি ওলাই থকা বগা বুকুখন দেখি মোহনৰ গাটো পিৰপ্পিৰাই গ'ল।

—চাওঁ। মোহনৰ হাতখন জয়া বাইদেৱে টানি নি বুকুৰ ওপৰত হেঁচি ধৰিলে। লাজ লাজ ভঙ্গীৰে মোহনে জয়া বাইদেউলৈ চালে।

—চাইছ কি ? একেবাৰে কেঁচুৱা ল'ৰা হৈ আছনেকি ?



কি ক'ব, মোহনে একো ভাবি নাপালে। হাতখন একৰাই আনিবলৈকো চেষ্টা নকৰিলে। জয়া বাইদেৱে তাৰ হাতৰ আঙুলিবোৰ মেলি দি বুকুৰ ওপৰত জোৰেৰে হেঁচা মাৰি ধৰিলে। অলপপৰ সেই দৰে থকাৰ পিচত মোহনক জয়া বাইদেৱে জোৰ কৰি বিছনাত শুৱাই দিলে।

হঠাৎ বাহিৰত সোণৰ মাত শুনি একে চোঁচাই মোহন বিছনাৰ পৰা উঠি আহিল। দৰ্জাৰ হুকটো খুলি বাহিৰ ওলাই এবাৰ উলটি চাই দেখিলে, জয়া বাইদেৱে চাদৰখন বুকুৰ ওপৰলৈ তুলি লৈছে।

সেইদিনা ৰাতি মোহনৰ ভালদৰে টোপনি নাহিল। জয়া বাইদেউৰ বুকুৰ কোমল উম্‌কণৰ কথা তাৰ কেইবাবাৰো মনত পৰিল। জয়া বাইদেউৰ দৰে তিৰোতায়ো এনে কৰিব পাৰে বুলি ভবা নাছিল। মহেশ উকীলৰ লগত জয়া বাইদেউৰ সম্বন্ধটো মোহনে সন্দেহৰ চকুৰে চাইছিল যদিও বিশ্বাস জন্মা নাছিল। জয়া বাইদেউৰ যৌন-তৃষ্ণা তেতিয়াহলে মাৰ যোৱা নাই ? মোহনে ভাবিছিল। জয়া বাইদেউৰ মাজত সেইদিনা মোহনে কামাতুৰা নাৰী এজনীক আবিষ্কাৰ কৰিলে।

কেইদিনমান পাৰ হৈ গ'ল।

সেইদিনা গধূলি হিমান আৰু কৰিমক লগ পাই মোহন দোকানৰ ফাললৈ ওলাই গ'ল। দোকানত বহি হিমানে জয়া বাইদেউৰ কথা উলিয়ালে। মানুহজনীৰ নেপথ্যত বহুতো কাহিনী আছে।

জয়া বাইদেউৰ প্ৰেমত পৰিয়েই দিগন্ত নামৰ ল'ৰা এটা পঙ্গু হৈ গৈছিল, সুশান্ত নামৰ এটাৰ মূৰটো নষ্ট হৈছিল, চন্দ্ৰই আত্মহত্যা কৰিছিল। জয়া বাইদেউৰ বিয়া হৈছিল যোৰহাটৰ ইঞ্জিনীয়াৰ এজনৰ লগত। ইঞ্জিনীয়াৰৰ সাময়িক অনুপস্থিতিৰ সুযোগ লৈ জয়া বাইদেৱে দেওৰেকক প্ৰলুব্ধ কৰিছিল ; পাপৰ মজিয়ালৈ টানি নিছিল। সেই কথাৰ ভু পাই ইঞ্জিনীয়াৰে জয়া বাইদেউক ত্যাগ

কৰিছিল। তাঁৰ পিচত মহেশ উকীলৰ লগত জয়া বাইদেউৰ সম্বন্ধ ঘটিছিল।

মোহনে আচৰিত ভাবে জয়া বাইদেউৰ কাহিনী শুনিলে। সিদিনা জয়া বাইদেউৰ আচৰণখিনি তাৰ মুঠেই ভাল লগা নাছিল। জয়া বাইদেউৰ বিষয়ে বুলুৱে ক'ব খোজা কথাৰ অৰ্থ মোহনে বিচাৰি পালে। তেওঁৰ পৰা আঁতৰি থাকিবলৈ মোহনে যত্ন কৰিলে।

ঘৰলৈ উলটি আহোঁতে মোহনে ভাবিলেঃ পেটৰ কাৰণে বেশ্যাবৃত্তি লোৱা মাইকীজনী জয়া বাইদেউহঁতৰ দৰে প্ৰেম-বিলাসী তিৰোতাবোৰতকৈ বহুত পবিত্ৰ। জয়া বাইদেউহঁতৰ দৰে ছোৱালীবোৰে যুগৰ বতাহ দূষিত কৰে। নৈতিক চৰিত্ৰৰ কঁকাল ভাঙে। এইবোৰ নাৰীৰ কুৎসিত চৰিত্ৰ সংক্ৰামক ৰোগৰ দৰে কেতিয়াবা উঠন ছোৱালীবোৰলৈকো বিয়পি পৰে। ভাবি ভাবি মোহনৰ বেয়া লাগি আহিবলৈ ধৰিলে।

—মোহনক কিয় মাৰিলে সোণদা?

—তোৰ কি ক্ষতি হ'ল তাত?

—তথাপিও।

—মোৰ প্ৰয়োজন হৈছে মাৰি দিছোঁ। বদ্‌মাইচ চৰ। মদ খাবলৈ শিকিছে। জোতা লগাব লাগিব কেতিয়াবা।

—তাকেই নো বাদ দিলে কিয়?

—চুপ থাক্ বৰ কথা কোৱাজনী নোলাবি। মোহনৰ লগতে তোকো চুলিত ধৰি বাজ কৰি দিব লাগেনেকি? দুষ্টামী শিকিছ। এইখন বেশ্যালয় পাইছ?

—ছিঃ সোণদা, ইমানখিনিলৈ যাব নাপায়। বুলুৱে চকুলো টুকিলে।

ববমইনাই খঙত বুলু আৰু মোহনৰ বিষয়ে বহুতখিনি অপ্ৰীতিকৰ



কথা বকিলে। ঈৰ্ষাত বুলুৰ কাণত পৰাকৈ ভৰ্ৎসনা কৰি মনৰ বিকাৰ পলুৱাব খুজিলে।

অলপ পিচতে জয়া বাইদেৱে মাতি নি মোহনক পাতল বুজনি এটা দিলে।

—মোক যে অকাৰণতে মাৰিলে বাইদেউ! পিঠি ফাটি তেজ ওলাই গৈছে। মই বাৰু কি অন্যায় কৰিছিলোঁ? মোহনৰ চকুৰ কোণ দুটা সেমেকি আহিল।

—দুখ নকৰিবি মোহন। মালিকেহে মাৰিছে।

—মালিকৰ চৰ-লাঠি খাবলৈকে এই পিঠিবোৰৰ প্ৰয়োজন। পৃথিবীত কোনেও শ্ৰমৰ মূল্য দিব নোখোজে। আমি পৰিশ্ৰম কৰোঁ। কিন্তু আমাৰ প্ৰতি মালিকৰ চকুত সম্ভাৱ নাথাকে, থাকে অন্তৰ ভেদ কৰি যোৱা ৰঙা চকুৰ তীক্ষ্ণ চাৱনি। চৰ, ঘোচা আৰু জোতাৰ কোবেৰে নিৰ্ণয় হয় পৰিশ্ৰমৰ মৰ্য্যদা। চকুপানীখিনি সি মচি পেলালে।

—তেনেদৰে নাভাবিবিচোন।

—বেয়া লাগিছে বাইদেউ! ববমইনাও মোৰ বয়সৰে ল'ৰা। তেখেত শিক্ষিত, ধনীৰ সন্তান; আৰু মই অশিক্ষিত ড্ৰাইভাৰ। সেয়ে মোৰ অপৰাধ। তাৰ বাবেই সমনীয়া এজনৰ মাৰ খায়ো মই হাত তুলিব নোৱাৰিলোঁ।

—ভালেই কৰিলি।

—এৰা ভালেই কৰিলোঁ। নহলে হয়তো ঘটনাই অন্য ৰূপ ললে-হেঁতেন। মোহন ওলাই আহিল। বিছনাত পৰি কিছু সময় ভাবিলে। ৰাতি একো নোখোৱাকৈয়ে শুই থাকিল। অনুশোচনা আৰু বিষাদৰ ভাবধাৰাই মোহনৰ মনটো বিদ্ৰোহী কৰি তুলিলে। জীৱনৰ এই প্ৰথম আঘাতটো সহজ ভাবে লবলৈ বহু যত্ন কৰিও সি বিফল হৈ গল। তাৰ মনত পৰিল অতীতৰ দিনবোৰলৈ, মাক-দেউতাকৰ কথালৈ, ঘৰৰ পৰা পলাই অহা সময়টোলৈ। অতীতটোৰ দৰেই ভৱিষ্যতবোৰো এইদৰেই নিষ্ফল হৈ যাবগৈ নে কি? সি

ভাবিলে। সন্মুখত পৰি থকা দীঘল বাটছোৱা এইদৰেই হয়তো অতিক্ৰম কৰিবলৈ অসুবিধা হব।

—মোহনদা। সৰুকৈ বুলুৱে মাতিলে।

—ওঁ। মোহনে দৰ্জাখন খুলি দিলে।

—টোপনি অহা নাছিল ?

—নাই।

—কি খালে ?

—একো নাই খোৱা।

—এয়া লওক। এতিয়াই খাই পেলাওক।

বুলুৱে মোহনৰ হাতত ৰুটি কেইখনমান দিলে।

—খাবৰ মনকে যোৱা নাই বুলু।

—শপত, ৰুটি কেইখন খাওক মোহনদা !

—বুলু।

—কি ? বুলু মোহনৰ কোঠালৈ সোমাল।

—ইয়াৰ পৰা গুচি যাওঁগৈ বুলু। নহলে ইমান অত্যাচাৰ কেনেকৈ সহ্য কৰি থাকিম বাৰু ?

বুলুৱে মোহনৰ মুখলৈ আন্ধাৰতে থৰ হৈ চালে। কি কব একো উত্তৰ বিচাৰি নাপাই কিছু সময় মনে মনেই থাকিল।

—কোৱাঁ বুলু, কি কৰিম এতিয়া ?

—যাওকগৈ। ভঙা ভঙা মাতেৰে বুলুৱে উত্তৰ দিলে।

—যাবলৈ যে বেয়া লাগিছে।

আকৌ অলপ সময় নীৰৱে পাৰ হৈ গল।

—কান্দিছা বুলু ! মোৰ দৰেই তুমিও এদিন ইয়াৰ পৰা গুচি যাবগৈ লাগিব। পাতনিতেই আমাৰ পৰিচয় শেষ হৈ যাব বুলি ভবা নাছিলোঁ। শেষত কিন্তু সেয়ে হলগৈ।

—ইয়াৰ পিচত ক'লৈ যাবগৈ মোহনদা ? ফেকুৰি ফেকুৰি বুলুৱে সুধিলে।



—কলৈ যাওঁ, কি কৰোঁগৈ একো ঠিক কৰিব পৰা নাই। ইয়াৰ পৰা ওলাইহে তাৰ সিদ্ধান্ত কৰিব পাৰিম।

—পঢ়াৰ কথাটো বাদ দিব নেকি ?

—কেতিয়াও নিদিওঁ। এতিয়া মোৰ জীৱনৰ প্ৰধান লক্ষ্য সেয়ে হব। মানুহ হবলৈ চেষ্টা কৰিম। বৰমইনাহঁতৰ দৰে মানুহৰ অনুগ্ৰহ বিচাৰি জীৱনটো মিছাতে নষ্ট হবলৈ নিদিওঁ।

—যাওক তেন্তে। যতেই নাথাকক মোৰ শুভ কামনা চিৰকাল আপোনালৈ থাকিব। বুলুৱে আকৌ উচুপিবলৈ ধৰিলে।

—নাকান্দিবা বুলু। তোমাৰ এই সৰল কামনাই মোক সদাই প্ৰেৰণা যোগাই থাকিব। এতিয়া যোৱাগৈ। কালিলৈ খুব পুৱাতে এবাৰ লগ দিবা। বুজিছা ?

—ওঁ। বুলু সাউৎকৰে ওলাই গৈ পিচফালৰ বাৰাণ্ডালৈ উঠিল। কোনোবাই সাৰ পাইছেনেকি মনে মনে গম্ ললে। দৰ্জাখনৰ ফাঁকটো খুলি ভিতৰ সোমাল। হুকটো লগাবলৈ খৰধৰ কৰোঁতেই জয়া বাইদেৱে সাৰ পালে।

—কোন ?

—মই হে বাইদেউ।

—ক'লৈ যাৱ ?

—বাহিৰৰ পৰা আহোঁ। নিৰ্ভয়ে দৰ্জাখন খুলি বুলু বাৰাণ্ডালৈ ওলাই আহিল। অলপ সময় বৈ পুনৰ ভিতৰ সোমাই বিছনাত পৰিলগৈ।

ৰাতিটো বুলুৰ ভালদৰে টোপনি নাহিলেই। এনেতে দূৰৈৰ ষ্টেচনটোত ৰেলগাড়ীখনে হুৱাৰ মান উকিয়ালে। ৰাতি পুৱাই আহিছে চাগৈ। শোৱাৰ পৰা উঠি আহি বাৰাণ্ডাতে বহি বুলুৱে অলপ অপেক্ষা কৰিলে। কাহিলি-কাহিলি পোহৰ হৈছে মাথোন। এনেতে মোহন ওলাই অহা বুলুৰ চকুত পৰিল। বাৰাণ্ডাৰ পৰা নামি লিচু জোপাৰ তললৈ বুলু আগবাঢ়ি গ'ল। হাতত বিছনা কাপোৰ-

খনেৰে বন্ধা টোপোলা এটালৈ মোহন চালিখনৰ তলৰ পৰা একেবাৰে বাহিৰ ওলাই আহিল। বুলুৰ হাতত জয়া বাইদেউলৈ চিঠি এখন দি মোহনে বিদায় ললে। মোহনৰ চকুৰ কোণ দুটা বেয়া লগাকৈ সেমেকি গল।

ৰাস্তাত উঠি মোহনে আকৌ এবাৰ উলটি চালে। লিচু জোপাত আঁউজি বুলুৱে তেতিয়াও উচুপিয়েই আছিল। এখন সৰু অন্তৰৰ মায়াও যে ইমান কঠিন হব পাৰে সেই কথা মোহনে আগতে ভবা নাছিল। আজি কিন্তু বহুত কথাই মোহনক হতাশ কৰি তুলিছে। তাৰ অঘৰী জীৱনটোৰ স্থিতিৰ কথা ভাবি সি বিমোৰত পৰি গৈছে।

দিনটো ইফালে সিফালে ঘুৰিয়েই পাৰ কৰি দিলে।

মৌজাদাৰৰ ঘৰৰ পৰা গুচি অহাৰ কথা মোহনে কাকো নকলে ; বুকুৰ হাঁহাকাৰখিনি কাকো নজনালে। দুখৰ কথা আনৰ আগত কৈ ফুৰি একো লাভ নহয়। সহানুভূতিও এটা ব্যৱসায় মাথোন।

সন্ধিয়া পৰত কৰিমক বিচাৰি দীনেশ হাজৰিকাৰ ঘৰ ওলালগৈ। কৰিমক পাই কিছুমান কথা ক'লে। কৰিমে অলপ আশ্বাস দি মোহনক তাৰ লগতে দুদিনমান ৰাখিলে। হাজৰিকাৰ দুখন গাড়ী লাইনত আছে। এখনৰ ড্ৰাইভাৰটো বৰ বেইমান। তাক খেদি নতুন ড্ৰাইভাৰ এটা লোৱাৰ কথা হাজৰিকাই এদিন কৈছিল। গতিকে মোহনৰ হয়তো সুবিধা হবও পাৰে।

কিন্তু সমস্যা হল—লাইনত বাছ চলাবলৈ যে ড্ৰাইভাৰক লাইচেঞ্চ লাগিব। লাইচেঞ্চ নোহোৱাকৈ মোহনে বাছ চলাব নোৱাৰিব।

কৰিম আৰু মোহনে বহুত কথা বহুত ধৰণেৰে ভাবিলে। শেষত কৰিমে লাইচেঞ্চ লোৱাৰ উপাই উলিয়ালে।

—শেঠ্জীৰ ভগা ট্ৰাকখনকে চলা। কিছুমান দিন কিন্তু দৰমহা নাপাবি। খোৱালোৱাৰ খৰচটো পাই থাকিবি। তাৰ পিচত বাবুৱে তোক লাইচেঞ্চ এখন লৈ দিব।



—লাইচেঞ্চ নিদি যদি শেষত খেদাই দিয়ে, তেতিয়া ?

—পাক্কা বন্দৱস্ত কৰি লব লাগিব। হেইদৰেইতো বহুতো ডাঙৰ ডাঙৰ ড্ৰাইভাৰে লাইচেঞ্চ লৈছে।

—গাড়ী চলাবৰ আৰু ইচ্ছা নাই কৰিম ; আন কিবা এটাহে কৰিব লাগিব।

—কি কৰিবি নো ?

—তাকেই ভাবিছোঁ। পঢ়িব নোৱাৰিলে জীৱনত একো নাই ভাই। এইবাৰ পঢ়াতে লাগি যাওঁ নেকি !

—থ তোৰ পঢ়াৰ চিন্তাটো। গাড়ী নচলালে, হেন্দেল নুঘুৰালে, মটৰ চাফ্ নকৰিলে যাৰ পেট নচলে, হি আকৌ পঢ়িব কৰ পৰা ?

—নৈশ হাইস্কুল এখন খুলিছে বুইছ! তোৰ-মোৰ দৰে লৰা-বোৰে তাত পঢ়িব পাৰিব। দিনত কাম কৰি ৰাতি ৰাতি যদি পঢ়িব পাৰোঁ কিমান ভাল হব তেতিয়া।

—পঢ়াতো তেন্তে তোৰ মূৰত হোমাই গল মোহন ? ঠিক আছে, পাৰিলে দুই চাৰিটা পঢ়ি ল। কিন্তু থকাৰ ব্যৱস্থাটো কৰিব লাগিব হোনকালে।

—তই আমনি পাইছ কৰিম ?

—আমনি নহয় বে। অসুবিধাটো নাচাৱ কিয় ? ইমান গৰমত একেখন চাঙতে দুটা মানুহ শুব পাৰি জানো ?

—ওঁ। বুজিছোঁ বাৰু। খবৰ এটা পাইছোঁ। তাৰপৰাই এপাক আহোঁ। তই পাৰিলে ভাত কেইটাৰ ব্যৱস্থা কৰিবি।

—যা। হোনকালে আহিবি কিন্তু।

—আচ্ছা।

মোহন ওলাই গলগৈ।

গেটখন খুলিয়েই মেনেজাৰক এটা চালাম ঠুকি মোহন বৈ গল

—কি লাগে? চছমাযোৰ তলেদি মেনেজাৰে মোহনলৈ চালে।

—কাম খালি আছে নেকি ইয়াত?

—কি কাম?

—যি কোনো কামেই—

—মেচিন চলাব পাৰিবি?

—সেইটো নোৱাৰিম। গাড়ী চলাবহে পাৰিম।

—গাড়ী চলাব পাৰিবি? মেনেজাৰে চছমাযোৰ খুলি মোহনলৈ চালে: মিলৰ ট্ৰাক এখন বহি আছে অৱশ্যে। কিন্তু তোক দেখিলে ড্ৰাইভাৰ যেন নালাগে দেখোন। ভাল মানুহৰ ঘৰৰ লৰা যেনহে লাগে। তই···

—মই ড্ৰাইভাৰেই।

—ঠিক আছে।

—কেতিয়াৰ পৰা আহিম তেন্তে?

—যেতিয়াই আহ। আমাৰ একো অসুবিধা নাই।

—থকা খোৱাৰ······

—সম্পূৰ্ণ ব্যৱস্থা আছে। মেনেজাৰে সংক্ষেপে উত্তৰ দিলে।

—কালিলৈকে আহিম তেন্তে। এতিয়া যাওঁ।

—যা বাৰু।

মেনেজাৰক কৃতজ্ঞতাৰ চালাম এটা দি মোহন ওলাই আহিল। ৰাস্তা উঠি কৰিমক বিচাৰি চিধাই ছিণ্ডিকেট পালেগৈ। কৰিমৰ খবৰ লৈ বুজিলে সি লাইনত গৈছে। মোহন কৰিম থকা ঘৰটোলৈ গ'ল। তাৰো দৰ্জাত তলা লগোৱা। চাবি থাকিল কৰিমৰ হাতত। ভোকত তাৰ গা বাইজাই লাগিবলৈ ধৰিলে। মহলদাৰৰ দোকানলৈ গৈ আধা প্লেট ভাত বাকী কৰি খালে। ছিণ্ডিকেটলৈ আহি দীঘল বেঞ্চখনত বহি ভাগৰ মাৰিব খুজিলে। ড্ৰাইভাৰ ছুটামানৰ ভাল নলগা বাহাদুৰী, নতুনকৈ গাড়ীত সোমোৱা হেন্দিমেন



কেইটামানৰ অশ্লীল ব্যৱহাৰ, বৰ বৰ ওফাইদাং মৰা কথা কিছুমান শুনি শুনি তাৰ বিৰক্তি লাগি গল। সেই সমাজখনৰ পৰা আঁতৰি থকাৰ প্ৰবল ইচ্ছা জাগিল তাৰ মনত।

গধূলি কৰিম আহি ওলালহি। মোহনে সকলো কথা কৰিমৰ আগত কলে—। চিন্তাশীল মানুহৰ দৰে মূৰ ছুপিয়াই কৰিমে কথাবোৰ শলাগিলে। ৰাতিটো তাতে থাকি পিচদিনা পুৱাতে ধৰম সিঙৰ ৰাইচ মিলৰ উদ্দেশ্যে মোহনে খোজ চলাই দিলে।

তক্তা কেইচলাৰ ওপৰতে বিছনাখন পাৰি মোহনে লৰালৰিকৈ ঘৰটো পৰিস্কাৰ কৰিলে। জেঁকা মাটিত অলপ পানী ছটিয়াই দি সাৰি পেলালে। বেৰত লাগি থকা এলান্ধু কিছুমান হাতেৰে এৰুৱালে। দিনটো সেইদৰেই পাৰ হৈ গ'ল।

পিচদিনা ৰ'দ ওলাই পূৱঠ হোৱাত মোহনৰ টোপনি ভাগিল। বিছনাৰ পৰা উঠি আহি মোহনে বাহিৰত থিয় দিলেহি। কুঁৱাটোৰ পাৰত এমখা বিহাৰী মাইকীয়ে বাচন-বৰ্তন ধুই আছিল। মোহনৰ ওপৰত চকু পৰাত সিহঁতে আচৰিত হোৱাৰ দৰে তালৈ চালে। সৰু সৰুকৈ কথা কৈ খিল্‌খিলাই হাঁহিলে। মোহন আকৌ ভিতৰ সোমাল।

কুঁৱাৰ পাৰত ভিৰ কমিলত মোহনে হাত মুখ ধুলে। পানী এমগ আনি মূড়ি অলপ গলিয়াই গলিয়াই খালে। একাপ চাহৰ প্ৰয়োজন আছিল। চাহকাপ খাবলৈকে আকৌ একফাৰ্লং বাট যাব লাগিব। মিলটোৰ ওচৰত বিড়ি-মেচৰ দোকানখনৰ বাহিৰে আন দোকান নাই। চাহৰ দোকান এখন কিন্তু বেচ চলিলহেতেন! পশ্চিম ফালে থকা মজদুৰ মানুহৰ ঘৰবোৰলৈ সি লক্ষ্য কৰিলে। চহৰৰ বিভিন্ন স্থানত মজদুৰী কৰা কিছুমান মানুহে গাওঁ পাতি বাস কৰিছে। কাৰোবাৰ লৰা-তিৰোতা আছে; কাৰোবাৰ নাই—। ভাগি ছিগি উৰুলি যোৱা সৰু সৰু পঁজাবোৰ বিশৃঙ্খল ভাবে থিয় হৈ আছে।

মেহনতকাৰী এই মানুহবোৰৰ জীৱনৰ মূল্য এই পঁজাবোৰৰ দৰেই উপেক্ষাৰ বস্তু। মোহনৰ মনত বেয়া লাগি গল। দিনটো ইফালে সিফালে ঘুৰি সকুসুৰা কথা কিছুমান বুজি ললে।

ৰাতি বিছনাত পৰি পৰি মোহনে বহুত কথা ভাবিলে।

মোহনে অনুভৱ কৰিলে জীয়াই থাকিবলৈ সমাজ এখনৰ প্ৰয়োজন। সুখ-দুখৰ কথা পাতিবলৈ, আশা-আকাংক্ষাৰ সৰগ ৰচিবলৈ কবিম-ইঁতৰ দৰে ল'ৰা কেইটামান, মনৰ কল্পনাবোৰক জীপ দিবলৈ, বুকুৰ বতৰা শুনিবলৈ বুলুৰ দৰে ছোৱালী এজনীৰ সঙ্গ তাক লাগে। ইয়াত হয়তো মনৰ মানুহ বিচাৰি উলিওৱাত পলম হবগৈ। এই মানুহবোৰৰ সংসৰ্গও এসময়ত হয়তো ভাললগা হৈ পৰিবগৈ।

এটা নতুন জীৱনৰ পাতনি।

পুৱাৰ পৰা সন্ধ্যালৈ, সূৰ্য্যোদয়ৰ পৰা সূৰ্য্যাস্তলৈকে কাম কৰি কৰি মজবুত হোৱা এমখা মানুহে মোহনক লাহে লাহে আকৰ্ষণ কৰিব ধৰিছে। মজদুৰবোৰৰ লগত হাঁহি-তামাছা কৰি ভাল লগা হৈ আহিছে। দিনৰ দিনটো গাড়ী লৈ অনাই-বনাই ফুৰি সন্ধ্যা হলে মোহন ঘৰ চাপেহি। কিতাপ কাগজ লৈ স্কুললৈ যায়। নিশা উজাগৰে থাকি কিতাপ পঢ়ে। ৰাতিপুৱা কেতিয়াবা পলম কৰি শোৱাৰ পৰা উঠে। সেয়েহে কানাইলালহঁতে তাক কুম্ভকৰ্ণ বুলি মাতে।

গাড়ীৰ চকাৰ গতিৰে মোহনৰ জীৱন চকৰিও ঘুৰিবলৈ ধৰে।

যিখন পৃথিৱীত ভাত মুঠিয়েই এটা ডাঙৰ সমস্যা হৈ পৰিছে, সেইখন পৃথিৱীত অলসভাবে, বহি শুই সময় কটাই জীৱনক নিলৰ্জ্জ ভাবে ফাঁকি দিয়াৰ সময় পাৰ হৈ গৈছে। হাজাৰ হাজাৰ সংগ্ৰামী জনতাই জীৱন সংগ্ৰামত আত্মনিয়োগ কৰিছে; তাকে কৰিব নোৱাৰা দুৰ্বল শ্ৰেণীটোৱে পথৰ বুকুত থিয় দি হায় হায় কৈ মৰিছে। নীতিৰ দোহাই দি, ধৰ্ম আৰু ঈশ্বৰক ভৰ্ৎসনা কৰিছে। কণা, খোৰা, ৰোগগ্ৰস্তৰ ভাও লৈ জীৱনক নিষ্ঠুৰভাবে প্ৰৱঞ্চনা কৰিছে, পেটত



ভোকৰ পোৱণি, চকুত জুই আঙঠা, অন্তৰত দানৱৰ তৃষ্ণা লৈ এমখা মানুহে সভ্যতাৰ ধ্বজা উৰাইছে। সেইখন পৃথিৱীতে ৰ'দ আৰু জুইৰ তাপত দেহৰ বৰণ হেৰুৱাই সভ্য আৰু উন্নত জীৱনধাৰাক ইহঁতে ইতিকিং কৰিছে। মোহনে গাটো বিছনাত আৰামেৰে এৰি দিলে। জয়া বাইদেউ, মহেশ উকীল আৰু বৰমইনাহঁতলৈ তাৰ মনত পৰিল। বুলুৱে চাগৈ এতিয়া দূৰ আকাশলৈ চাই কিবাকিবিবোৰ ভাবি আছে। মূৰ দাঙি মোহনে এবাৰ আকাশখনলৈ চালে—। আকাশখন যে কিমান শান্ত!

মোহন যোৱাৰ বহুত দিনৰ পিচলৈকে বুলুৰ মনলৈ স্থিৰতা অহা নাছিল। থাকি থাকি তাইৰ মনটো বৰকৈ ৰিঙা ৰিঙা লাগিছিল। ঘন ঘনকৈ মোহনলৈ মনত পৰিছিল। বৰমইনাই সেইদিনা মোহনক মৰাৰ দৃশ্যটো আজিও বুলুৰ চকুৰ আগত ভাঁহি উঠেহি। সেইদিনা প্ৰতিবাদ নকৰি নিৰ্জুভাবে আঁতৰি যোৱা মোহনৰ চকু দুটাত বিৰিঙি উঠা করুণ বেদনাখিনিয়ে বুলুক কিদৰে আঘাত কৰিছিল, তাক তাই কাৰো আগতে প্ৰকাশ কৰিব নোৱাৰিলে। তাৰ পিচত মোহন গুচি গ'লগৈ। বুলুৰ বুকুৰ তাঁৰ এডাল ছিগি গল। মোহন কলৈ গ'লগৈ, কি কৰিছেগৈ, তাইৰ কথা মনত পৰেনে, আদি কথাবোৰ ভাবি ভাবি বুলুৱে এক অনামী যাতনা অনুভৱ কৰিবলৈ ধৰিলে।

মোহন সেইদৰে ঘৰৰ পৰা পলাই যোৱাত জয়া বাইদেউহঁতে বেয়া পালে। বৰমইনাই মোহনৰ বিষয়ে কল্পিত কাহিনী কিছুমান উলিয়াই বদনাম ৰটিলে। মোহনক এইদৰে আঁতৰাই বৰমইনাই এতিয়া বুলুকো ফান্দত পেলাবলৈ ব্যৱস্থা কৰিলে। প্ৰলোভনৰ জাল তৰি তাইৰ পাট-গাভৰু চঞ্চল মনটোক লৈ খেলা কৰিব খুজিলে। বয়সৰ বতাহে ছোৱাৰ আগৰে পৰা জয়া বাইদেৱে বুলুক কিছুমান কথা বেছিকৈ বুজিব পৰা কৰি তুলিছিল। বৰমইনাৰ অসংযত ব্যৱহাৰে তাইক এতিয়া অধিক পৰিমাণে আত্মসচেতন কৰি তুলিলে।

লোভ আৰু বিলাসিতাৰ মাত্ৰা বেছি হোৱা হলে বুলুৱে আত্মসমৰ্পণ কৰিব পাৰিলেহেঁতেন। কেইটামান ব্লাউজ, ছুটামান অন্য বস্তু আদায় কৰি চখেৰে পিন্ধিব পাৰিলেহেঁতেন। হয়তো যৌৱনৰ প্ৰাৰম্ভতে দেহৰ পবিত্ৰতা হেৰুৱাই ওৰে জীৱন অনুশোচনাত ছটফটাই কটাব লাগিলহেঁতেন।

বৰমইনা আৰু বুলুৰ মাজত যে অনেক ব্যৱধান!

বয়সৰ প্ৰাচুৰ্য্যৰে ভৰা এনে এটা অৱস্থাত য'তে ত'তে আশ্ৰয় লোৱাও নিৰাপদ নহয়। বুলুৱে আজিকালি বহুতো কথা ভাবিবলৈ শিকিছে। মনৰ অশান্তিৰ মাজেৰে কিছুমান দিন পাৰ হ'ল।

"দেউতাৰো চাগৈ আজি ঘৰত থাকিবৰ মন যোৱা নাই।" বুলুৱে ঘৰখনৰ নিমাওমাও অৱস্থাটোলৈ লক্ষ্য কৰিলে। সকলোবিলাক গুচি যোৱাত ঘৰখন তেনেই উদং হৈ গ'ল। খোৱা-বোৱা কৰি মৌজাদাৰ শুলেগৈ। বাচন-বৰ্তনখিনি ধুই পখালি বুলুও শুই থাকিলহি।

বহুত ৰাতি।

বাহিৰৰ পৰা দৰ্জাত টোকৰ মাৰি বৰমইনাই চিঞৰিলে: এই বুলু? দৰ্জা খোল।

বুলুৱে সাৰ পালে। অলপ সময় টলকা মাৰি থাকি মাতটোৰ গম ললে। বৰমইনাৰ মাত বুলি বুজি তাই অলপ অস্বস্তি বোধ কৰিলে। জয়া বাইদেউহঁত তেন্তে উলটি আহিল? নে সোণদাহে অকলৈ গুচি আহিল? আয়েতো আজি নাহিম বুলিয়েই কৈ গৈছিল! বুলুৱে ভাবিলে।

আকৌ বাহিৰত শব্দ হল: দৰ্জা খোল। বুলু, ঐ বুলু।

—ওঁ। কোন?

—মই, দৰ্জা খুলি দে।

বুলু এইবাৰ বিছনাৰ পৰা উঠি আহিল। ভিতৰেদি গৈ মৌজাদাৰক জগাই দিলেগৈ।



—ঐ নুঠ কিয়? বৰমইনাই খঙত চিঞৰিলে।

—বৰমইনা আহিলি নেকি? মৌজাদাৰে দৰ্জাখন খুলি দিলে।

—হয় দেউতা। বৰমইনাই শলাগিলে।

—মাৰহঁতো আহিছে নেকি?

—নাই, মইহে গুচি আহিলোঁ। বৰমইনা ভিতৰ সোমাল।

ড্ৰাইভাৰ চুন্নুৱে গাড়ীখন চালিৰ ভিতৰত সুমুৱাই তাৰ কোঠাত মম এডাল জ্বলালেগৈ। বুলুৱে পিচফালৰ বাৰাণ্ডাত বৈ কিবা এটা ভাবিলে। চাহ একাপ কৰি আনি টেবুলত থলেহি। মৌজাদাৰে বৰমইনাৰ লগত বিয়া-ঘৰৰ কথা পাতিলে। বুলু ভিতৰ সোমাল। পাটী এখন আনি ক'ত পাৰিলে ভাল হব তাকে খন্তেক ভাবিলে। মৌজাদাৰৰ কোঠাতে এটা চুকত পাটীখন পাৰিলে।

—সেয়া কি কৰ বুলু? শুবলৈ আহি মৌজাদাৰে সুধিলে।

—ময়ো ইয়াতেই শোওঁ দেউতা! আজি ৰৌচ্নাৰ নানীয়েকজনী মৰিল নহয়। অকলে তাত শুবলৈ ভয় লাগে।

—ইমান পৰে তই তেন্তে শোৱা নাছিলি?

—এনেয়ে পৰিহে আছিলোঁ। টোপনি অহাই নাছিল।

—হুঁ। মৌজাদাৰে বাগৰ মাৰিলে। বুলুৱে গালৈ ৰগ্ খন তুলি ললে। সিটো কোঠাৰ পৰা বৰমইনাই বুলুক মাতিলে।

—কি লাগে সোণদা? শোৱাৰ পৰাই বুলুৱে সুধিলে।

—কি কৰিছনো তই?

—মই ইয়াতেই শুইছোঁ। শুই থাওক সোণদা!

বুলুৰ ব্যৱহাৰত বৰমইনাৰ খং উঠি গ'ল। বিয়া-ঘৰতেই থাকি যোৱা হলে ভাল আছিল। ঘৰলৈ উলটি অহাৰ মূল উদ্দেশ্যটোকেই তাই ব্যৰ্থ কৰি দিলে। এই দেখিছোঁ দিনে দিনে অহঙ্কাৰী হৈ গৈছে।

কামনাৰ পাতল উৰ্মিয়ে মূৰৰ ঘিউখিনি উত্তপ্ত কৰি তোলাৰ ফলত নিশাৰ বাকীখিনি সময়ো বৰমইনাৰ টোপনি নাহিল।

বাতিপুৱা বিছনাৰ পৰা উঠি আহি আয়নাখনৰ সম্মুখত থিয় দি বৰমইনাৰ খং উঠি গ'ল। ৰঙা পৰি সৰু হৈ যোৱা চকু দুটা মোহাৰি মোহাৰি বৰমইনা বাহিৰলৈ ওলাল। অলপ পিচতে সামান্য এটা কথাতে বুলুক দুটামান চাট লগাই দিলে। বুলুৱে মনে মনে কান্দিলে।

মাইকী মানুহ নথকা ঘৰখনত থাকি বুলুৰ বৰকৈ বেয়া লাগিবলৈ ধৰিলে। দিনটো বৰমইনাই নানা কথাৰে বুলুক ভৰ্ৎসনা কৰিলে। মৰম দেখুৱাই পাতল প্ৰলোভন দিলে। বুলুৰ মনে এটও স্বীকাৰ কাৰ নললে। ভয় সন্দেহ আৰু সতৰ্কভাবে দিনটো পাৰ হৈ যোৱাত নিশালৈ জয়া বাইদেউহঁত আহি ওলালহি। বুলুৰ মনৰ পৰা দুশ্চিন্তাৰ ডাৱৰ কিছুমান আঁতৰি গ'ল।

বৰমইনাই সেইদিনা অলপ পাতলামি কৰিলে। বুলুৰ কিন্তু পেটে পেটে খং উঠি গ'ল।

—আৰু এখন বিয়া ওলাইছে নহয় বাইদেউ!

—কাৰ অ'?

—ক'বই নোৱাৰ। তলে তলে আমি বহুতখিনি কৰি পেলালোঁ। বৰমইনাই বেঁকাকৈ বুলুৰ ফালে চালে। বুলুৱে তললৈ মূৰ কৰিলে।

—চাই থাকিবি। আৰু কেইদিনমানৰ পিচত দৰা আহি ওলাবহিয়েই। মুখ টিপি বৰমইনাই হাঁহিলে।

—কইনা নোহোৱাকৈয়ে দৰা আহিবনে? জয়া বাইদেৱে অলপ বুজাৰ দৰে প্ৰশ্ন কৰিলে।

—কইনা ৰেডি আছে। কেৱল দৰা ওলালেই হৈ গ'ল।

—ক'তনো পালি?

—কিয় আমাৰ শ্ৰীমতী বুলু প্ৰভা নাছে?

—অ' হয় নেকি?

—ইঃ দেখিছে, নিজৰখনকে নো পাতি নলয় কিয়? একে



উশাহতে কথাখিনি কৈ বুলু ভিতৰ সোমাল। বৰমইনাই শব্দ কৰি হাঁহি দিলে।

—মোহনক খেদাই দি ভালেই কৰিলোঁ, বুজিছ বাইদেউ? নহলে এইক কিজানি সি লৈ গলহেঁতেন। মই ইহঁতৰ ভাবটো আগতেই বুজিছিলোঁ। তলে তলে দুয়োটা বহুতখিনি আগবাঢ়ি গৈছিল।

—হবও পাৰে। উঠি অহা ছোৱালীতো! জয়া বাইদেৱে বৰমইনাৰ অনুমানটো শলাগিলে।

—মোহন যোৱাৰে পৰা এইৰো ভাৱ-ভঙ্গী কিছু সলনি হৈছে।

—ওঁ, ঠিক ধৰিছ বাইদেউ। কোনো কামতে তাই মনোযোগ নিদিয়া হৈছে। দেখা নাই, কেনেদৰে মনমাৰি থাকে!

—সৰু ছোৱালী নহয়, মাকহঁতলৈ চাগৈ মনত পৰে। জয়া বাইদেৱে বুলুৰ দুখৰ কাৰণ এটা উলিয়ালে।

—হয় অৱশ্যে। জোতাৰ ফিটাডাল বান্ধি বান্ধি বৰমইনাই মূৰ দুপিয়ালে।

আকৌ কেইটামান দিন পাৰ হৈ গ'ল।

বুলুৰ মনত ভয় আৰু আশঙ্কাৰ ভাব ঘনীভূত হৈ আহিল। কোনে জানে, কোনো অসতৰ্ক মুহূৰ্তত যদি বৰমইনাই আকৌ তাইক আক্ৰমণ কৰে! বনৰীয়া বাঘৰদৰে বৰমইনাক দেখিলে তাইৰ বুকুখন টিপটিপাই যায়। তেওঁৰ শুকান মুখ, নিৰস চকু আৰু লিঙ্‌লিঙিয়া পাতল মোছ শাৰীয়ে চেহেৰাটো অধিক ভয়লগা কৰি তুলিছে।

বৰমইনাৰ দাৰ্শনিক দাৰ্শনিক লগা ভাবৰ গাম্ভীৰ্য্য আৰু আভি-জাত্যৰ অহঙ্কাৰতকৈ বেছি ভয়লগা তেওঁৰ প্ৰবৃত্তি। বৰমইনাক লৈ বুলু বিমোৰত পৰিল। জয়া বাইদেউহঁতৰো মতলব বুজিব নোৱাৰ। মহেশ উকীল জয়া বাইদেউৰহে আলহী!

আজিকালি কিন্তু মহেশ উকীলে বুলুৰ ফালে চাই হাঁহিবলৈ

লৈছে। সিদিনা চাহ দি ওলাই আহোঁতে জয়া বাইদেউৰ আগতে তেওঁ দিয়া মন্তব্য বুলুৱে নিজ কাণেৰে শুনিছে। এওঁলোকৰ চকু কেৱল ছোৱালীবোৰৰ বুকুখনতহে পৰেগৈ। কাৰ বুকু কিমান উঠিছে তাকেহে যেন তেওঁলোকৰ চকুৱে জোখ কৰি ফুৰে।

মহেশ উকীলৰ প্ৰতিও সেইদিনাৰে পৰা বুলুৰ ভাবৰ সলনি হৈছে। তেওঁৰ গা পিটিকি দিয়া, লাগ বুলিলেই ইটো-সিটোৰ যোগান ধৰা আদি কামবোৰ কৰাত বুলুৰ উৎসাহ নোহোৱা হৈ গৈছে।

সৰুৰে পৰা এইখন ঘৰতেই তাই ডাঙৰ হৈছে। বৰমইনাক তাই কিমান ভাল পায়। কিন্তু সেই বৰমইনাই তাইক সেইদৰে সৰ্বনাশ কৰিবলৈ বিচৰাটো যদি অন্যায় নহয়, পাপ নহয়, তেন্তে পৃথিবীত অন্যায় আৰু পাপনো কোনবোৰ তাই নুবুজিলে।

যৌৱনৰ প্ৰথম বা ছাটিতেই এনে অৱস্থা হলে আগলৈ কি হবগৈ তাই ভাবিব নোৱাৰিলে। গাভৰু কালত আনৰ ঘৰত চাকৰনী হৈ থকা যে কিমান বেদনাদায়ক কথা তাক বুলুৱে হৃদয়েৰে অনুভৱ কৰিলে। তথাপিও যে তাইৰ উপায় নাই। ঘৰ বুলিবলৈ তাইৰ এটুকুৰা ঠাই নাই, পিতৃ-মাতৃ, আপোন বুলিবলৈ এজনো মানুহ নাই। কিমান দুৰ্ভগীয়া তাই! সৰুতে নিৰুদ্দেশ হোৱা ককায়েকক বিচাৰি হয়তো উলিয়াব নোৱাৰিব। ক'ৰবাত কোনোবা আত্মীয় মানুহ থাকিলেও বুলুৱে কাকো চিনি নাপায়। ক্ষয়িষ্ণু পৰিয়াল এটাৰ শেষ স্মৃতি হিচাপে তাই জীয়াই আছে।

মাকে মৰিবৰ সময়ত মৌজাদাৰৰ হাতত তাইক গতাই থৈ গৈছিল। তেতিয়াৰে পৰা আজি সাতবছৰ কাল এইখন ঘৰতে তাই বাস কৰিছে। এয়েই তাইৰ নিজা ঘৰ। কিন্তু তাইৰ এই ভুল বৰমইনাই ভাঙি দিলে। নিজৰ ভবিষ্যতটোৰ কথা তাই ভাবিব লগা হল।

বুলুক লৈ জয়া বাইদেউ এটা নতুন সমস্যাত পৰিল। বুলুৰ প্ৰতি থকা বৰমইনাৰ দুৰ্বলতা কিছুমান ইতিমধ্যে জয়া বাইদেউৰ



চকুত পৰিছে। এইদৰেই যদি আগবাঢ়িবলৈ যায়, তেতিয়া হলে বৰমইনাই বাট হেৰুৱাব। সি নষ্ট হৈ যাবগৈ। জয়া বাইদেউৰ মনত ভয় জন্মিল। চাকৰনী ছোৱালী এজনীৰ প্ৰতি এই আকৰ্ষণ নিশ্চয় অশোভনীয়। নিজৰ জীৱনৰ অভিজ্ঞতাৰে জয়া বাইদেৱে কথাটো চিন্তা কৰি চালে। বৰমইনাক সেইদৰে ধ্বংস হৈ যাবলৈ এৰি দিব নোৱাৰি। যি কোনো প্ৰকাৰেই হওক বৰমইনাক এই পতনৰ পথৰ পৰা আঁতৰাবই লাগিব।

জয়া বাইদেৱে ফুৰিবলৈ গৈ মহেশ উকীলৰ ঘৈণীয়েকৰ লগত এই বিষয়ে আলোচনা কৰিলে। কেঁচুৱাৰ আলপৈচান ধৰিবলৈ, ঘৰৰ ইটোসিটো কাম কৰিবলৈ ছোৱালী এজনী উকীলহঁতকো লাগে। বুলুৰ দৰে বিশ্বাসী ছোৱালী এজনী পালে ভালেই হয়।

গধূলি জয়া বাইদেৱে বুলুক কথাটো কলে। বুলুৱে মনৰ দুখত কান্দি পেলালে। চিনাকি ঘৰখন এৰি যাবলৈ তাইৰ বেয়া লাগিল। তাতে আকৌ উকীলৰ প্ৰতিও তাইৰ ধাৰণা ভাল নহয়। উকীলনী বাইদেউ অৱশ্যে ভাল মানুহ। তথাপিও কিয় জানো তাইৰ মনে প্ৰতিবাদ কৰিলে।

জয়া বাইদেৱে অন্যপ্ৰকাৰে তাইক বুজালে।

বৰমইনাৰ হাতৰ পৰা মুক্তি বিচাৰি হাবাথুৰি খোৱা বুলুৰ মনটোৱে শেষত জয়া বাইদেউৰ কথাত সন্মতি জনালে। মৌজাদাৰৰ ঘৰ এৰি উকীলৰ ঘৰলৈ যাবলৈ নিজকে বুলুৱে প্ৰস্তুত কৰিলে।

পিচদিনা কান্দি কান্দি বুলু গুচি গ'লগৈ।

ঘৰখনত বিষাদৰ ভাব এটা বিয়পি পৰিল। বুলুক সেইদৰে পঠিয়াই দিবলৈ ইচ্ছা নাছিল যদিও মৌজাদাৰে শেষত সন্মতি জনালে।

বুলু যোৱাৰ খবৰ পাই বৰমইনাৰ কিন্তু খং উঠি গ'ল।

—বুলুক তহঁতে কিয় খেদি দিলি বাইদেউ?

—কোনেনো খেদি দিবলৈ গৈছে। মহেশদাৰ অসুবিধা হৈছে বাবেহে তাই গৈছে। আকৌ আহিবগৈ।

—মিছা কথা, তহঁতে যি ভাবিছ তাক মই বুজিছোঁ। এই ষড়যন্ত্ৰৰ নায়িকা তয়েই।

—মোক দোষাৰোপ কৰিছ কিয়? মই তাইক অনাও নাই, খেদিও দিয়া নাই। তাই নিজ ইচ্ছাৰেই গৈছে।

—হয়, হয়, নিজ ইচ্ছাৰেই গৈছে। মই এতিয়াও কৈছোঁ বাইদেউ, বুলুক তহঁতে ঘুৰাই আন নহলে……

—নহলে কি হব পাগল? এজনী সামান্য ছোৱালীৰ কাৰণে তোৰ ইমান দৰদ কিয়? বংশৰ সন্মানকণ কি পুৰি খাব বিচাৰিছ?

—আৰু তই? তইহে বংশৰ সন্মানকণ ৰক্ষা কৰি আহিছ, নহয়?

—চুপ থাক। মই কি কৰিছোঁ, সেই কথালৈ চকু দিয়াৰ অধিকাৰ তোৰ নাই। জয়া বাইদেউ খঙত জ্বলি উঠিল।

—মোৰ কামত বাধা দিয়াৰ অধিকাৰো তোৰ নাই। দেউতা আছে, দেউতাই কিবা ক'লে মানি ল'ম। কিন্তু তোবদৰে কুখ্যাত…

—মুখ বন্ধ কৰ বুৰ্বক। মই নষ্ট হলোঁ বুলিয়েই তোকো ধ্বংস হবলৈ এৰি দিব নোৱাৰোঁ।

বৰমইনা খঙত উচাৎ মাৰি বাহিৰলৈ ওলাই গ'ল।

জয়া বাইদেৱে অপমানত চকুলো টুকিলে।

ঘৰখনত এটা অশান্তিময় পৰিবেশ আৰম্ভ হৈ গ'ল।

—এই বাবু!

—কি হ'ল?

—মোটিনী দেখাবি?

—পইচা নাই।

—মুই দিম।

—সময় নাই।



—ইচ্। বেকাঁকৈ চাই লচিমীয়ে হাঁহিলে।

অন্যমনস্কভাৱে মোহন আহি কোঠাত সোমালহি। এই লচিমীজনীক দেখিলে বুলুলৈ তাৰ মনত পৰে। মনত পৰে এৰি অহা দিনবোৰৰ কথালৈ। তাই বেয়া পাই যায় বুলি কেতিয়াবা পাতল ধেমালি কৰে। ইহঁতকো ঈশ্বৰে অন্তৰ দিছে। ৰঘু, বুধু, কানাইলালহঁতৰ বুকুতো মানৱ হৃদয় একোখন আছে। ইহঁতৰ প্ৰেম-প্ৰীতি আৰু সৰলতাই তাক মুগ্ধ কৰি আনিছে। দিনৰ দিনটো হাড় ভঙা পৰিশ্ৰম কৰি গধূলি ঝুমুৰৰ মাদকতাত ইহঁতে প্ৰাণ ঢালি দিয়ে। হাৱিয়াৰ নিচাৰে জীৱন উপভোগ কৰে।

নিশা কলঘৰৰ বাৰাণ্ডাত, উকখা পঁজাৰ কেঁচা ভেটিত, গছৰ তলত শুই শুই সপোন দেখে। পুৱে ঢলফাট দিয়াৰ লগে লগে ইহঁতৰ প্ৰাণলৈ উদ্যম আহে। উলাহ আনন্দ মনে কামৰ মাজত জঁপিয়াই পৰে। শিক্ষা আৰু আভিজাত্যৰ মোহ ইহঁতৰ নাই। ইহঁতৰ হাতৰ স্পৰ্শত গণতন্ত্ৰৰ চকা ঘূৰে। অভাৱ-অনাটনৰ হেঁচাত জুৰুলা হোৱা পৃথিবীত ইহঁতে জীয়াই থকাৰ সন্ধান দিয়ে।

মজদুৰবোৰক লৈ মোহনে কেতিয়াবা ডাঙৰ ডাঙৰ কথা ভাবে। মোহনক সিহঁতে শ্ৰদ্ধা কৰে; সিহঁতৰ মাজত মোহনৰ বিষয়ে নানা কাহিনীৰ প্ৰচলন হয়। ৰবিলালহঁতে কেতিয়াবা ঢোল বজায়, মতলীয়া নিচাত মছগুল হৈ মোহনক অমনি কৰে। হাঁহি হাঁহি মোহনে সিহঁতক সন্তুষ্ট ৰাখে।

—তুই খুব গিয়ানী আছ কুম্ভকৰ্ণ বাবু!

—তহঁতো জ্ঞানী হব পাৰিবি লক্ষ্মণ ভাই।

—আমাৰ আদ্মীচব একো পড়া নাজানে।

—তহঁতক যদি পঢ়িবলৈ শিকাওঁ, পঢ়িবি জানো?

—জৰুৰ। আমি চব মজদুৰ আদ্মী এক সাথ পড়িব।

—চা লক্ষ্মণ, আমি মজদুৰ মানুহ। মজদুৰী কৰি জীয়াই থকা

কিমান কঠিন তাকতো বুজিছই। এই কষ্টকেই জানো তহঁতৰ ল'ৰা ছোৱালীবিলাককো কৰিবলৈ দিবি? সিহঁতকো তহঁতৰ দৰেই জানো অন্ধ কৰি ৰাখিবি? সিহঁতৰ দিনলৈ এইদৰে খাটি খাবলৈকো সুবিধা নোলাব, ইমান কম মজুৰীৰে মানুহ জীয়াই থাকিবও নোৱাৰিব। সিহঁতক অন্ততঃ ইয়াতকৈ ভাল ব্যৱস্থা এটা কৰি দিব নোৱাৰিলে বাচ্চাতেই মাৰি পেলোৱা ভাল হব।

—ঠিক কৈছ। পঢ়িব লাগিব। আমাৰ বাচ্চাবোৰকো পঢ়াব লাগিব। আমি স্কুল পাতিম, তুই পঢ়াবি। হোঁ!

—ওঁ, হবদে। মোৰ পৰীক্ষাটো গলেই ইয়াতে স্কুল এখন পাতিম। সহায়-সাৰথি কৰিবলৈ তহঁত তো আছই?

—জৰুৰ। অলবৎ। তুই বতলাই দিবি। হামি মজদুৰ চৱ লাগি যাব।

—যা এতিয়া। মোৰ অলপ কাম আছে।

—আচ্ছা। লক্ষ্মণ কেনিবা গলগৈ।

মোহনে কাপোৰ দুটা নি কুঁৱাৰ পাৰত থুকুছিলে। হাতত টিন এটা লৈ লচিমী পানী নিবলৈ আহিল।

—বঢ়িয়া চাফ কৰিছ কৰ্ণবাবু।

—শিকি ল লচিমী, কামত আহিব। মৃদুভাবে হাঁহি মোহনে লচিমীলৈ চালে: ক'ৰবাত যাবি নেকি লচিমী?

—ওঁ।

—মেটিনীত?

—নহয়।

—শ্বশুৰালত?

—ধেৎ। লচিমীয়ে লাজকুৰীয়াকৈ হাঁহিলে।

—মযো যাম কিন্তু।

—ঠিক?



—ওঁ।

—মিছা কথা নকবি। আমাৰ লগত তুই কিজানি কেতিয়াও নাযাবি।

—লক্ষ্মণ যায় যদি?

—ছিঃ। লচিমীয়ে সিফালে মুখ ঘুৰালে। পানী ভৰাই লচিমী গুচি গ'লগৈ।

লক্ষ্মণে লচিমীক ভাল পায়। লচিমীক সুবিধা পালে জোকায়, অসৎ ইঙ্গিত দিয়ে। লচিমীয়ে কিন্তু তাৰ ছাঁটোকে গছকিব নোখোজে। লাহি দেহৰ মিঠা বৰণীয়া এই ছোৱালীজনীৰ পূৰ্ঠ মুখখনলৈ চাই চাই বহুতো মজদুৰ ডেকাই হাঁহে। তাইৰ দেহত মোহৰ আকৰ্ষণ দেখা পায়। লক্ষ্মণে প্ৰায়েই মোহনৰ আগত তাইৰ কথা কয়। তাইক পালে সি বোলে খুব খুচী হৈ যাব। সেইবাবেই আলেঙে আলেঙে সি তাইৰ খবৰ ৰাখে। আন মজদুৰ ডেকাৰ মুহব্বতৰ পৰা তাইক বচাই ৰাখিব বিচাৰে। লচিমীয়ে কাৰোবাৰ লগত কথা পাতিলে, দহবন এৰি থৈ হলেও সি সতৰ্কভাবে লক্ষ্য কৰিব। লচিমী চিনেমালৈ গলে লক্ষ্মণো যায়। হাৱিয়াৰ নিচা গাত লাগিলে তাইৰ কাণত পৰাকৈ লক্ষ্মণে চিঞৰে—

তেৰী প্যাৰী প্যাৰী সুৰতকো
কিসীকে নজৰ না লাগে...।

লচিমীয়ে কিন্তু এইবোৰ সমূলি ভাল নাপায়। লক্ষ্মণ সিহঁতৰ পঁজালৈ আহিলে তাই অস্বস্তি বোধ কৰে। তাক ঘৰলৈ নানিবলৈ বাবাকক কয়। সি এইবোৰ নামানে। লচিমীক দেখিলে তাৰ চকু দুটা কেতিয়াবা উলাহত নাচি উঠে। করুণ উদাসীনতাত কেতিয়াবা মুখ শুকাই যায়। ভেড়াৰ দৰে ৰলাগি তাইৰ মুখলৈ চায়।

লচিমীক লৈ কেইবাটাও মজদুৰ ডেকাৰ মাজত প্ৰতিযোগিতা চলিল। কোনোৱে শাৰীৰিক বল দেখুৱালে, কোনোৱে গান গোৱাৰ ওস্তাদী দেখুৱালে; আৰু কোনোৱে নিচা খোৱাৰ বাহাদুৰী।

লচিমী অহা দেখিলে ৰামদয়ালহঁতৰ দৰে বুঢ়াবোৰেও মূৰ তুলি সেলেঙি লগা হাঁহিৰে ডেকালি কৰে। পুলুঙা পুলুং কৰি বান্দৰৰ দৰে চঞ্চলতা দেখুৱায়!

লচিমীয়ে এইবোৰ বুজি পায়। যোৱান ল'ৰাবোৰক ঘৰলৈ আনিবলৈ মানা কৰে। শঙ্কৰলালে হো-হোৱাই হাঁহে। লচিমীয়েই শঙ্কৰলালৰ একমাত্ৰ সন্তান। তাইৰ জন্মৰ পিচতেই মাক ধনীয়াৰ মৃত্যু হৈছিল। আগ বয়সত শঙ্কৰলাল সাহসী আৰু হুচিয়াৰ আছিল। ঘৈণীয়েকৰ মৃত্যুৱে কিন্তু তাক বহুত সলনি কৰি দিলে। শঙ্কৰলালে কুস্তি এৰিলে, লাঠি হাতৰ পৰা দলিয়াই পেলালে; লচিমীক বুকুত বান্ধি দেশৰ পৰা গুচি আহিল।

এই বাৰ বছৰ কাল সি লচিমীৰ বাবে বহুত কৰিছে। লচিমীজনী এতিয়া ধুনীয়া হৈ পৰিছে। তাইৰ চেহেৰা দেখিলে শঙ্কৰলালৰ মনলৈ গৌৰৱ আহে। ধনীয়াৰ স্মৃতি জাগে।

বস্তুৱা বস্তিত লচিমীক দেখি প্ৰথমতে মোহনৰো ভাবৰ খেলি-মেলি লাগিছিল। লচিমীহঁতৰ দৰে ছোৱালীবোৰ আছে বাবেই পৃথিবীখন ইমান ফুলাম, ইমান ধুনীয়া, ইমান সুন্দৰ হব পাৰিছে।

অজ্ঞাতবাসৰ কালছোৱাত কৰিমহঁতক মোহনে এদিনো লগ পোৱা নাছিল। সিহঁত চাগৈ আগৰ দৰেই আছে। গাড়ীয়ে গাড়ীয়ে ঘূৰিছে, মহলদাৰৰ দোকানত মদ খাইছে, আলিয়ে গলিয়ে আড্ডা মাৰি ছোৱালী জোকাইছে। মোহনৰ বিষয়ে সিহঁতে কি ভাবিছে সি নাজানে। তথাপিও কেতিয়াবা সিহঁতক লগ পাবলৈ সি বিচাৰে। ইমান নীৰসভাবে জীয়াই থাকিব নোৱাৰি। বুলুৰ কথালৈ মোহনৰ ঘনাই মনত পৰে। সেই সৰু ছোৱালীজনীৰ মৰমবোৰ কিমান সোৱাদ লগা! তায়ো দুৰ্ভগীয়া দলৰে জীৱ। জীৱনৰ এই ৰঙীন কালছোৱা এইদৰে পৰৰ ঘৰত কটোৱাটো কিমান যাতনাৰ কথা তাক মোহনে বুজিব পাৰিছে।



সেইদিনা মোহনে সোনকালে কামৰ পৰা অৱসৰ ললে। উদ্দেশ্য-হীনভাবে ওলাই গৈ মহেশ উকীলৰ ঘৰৰ সন্মুখ পালেগৈ। তাৰ মনত পৰিল সেই ভাড়াটোৰ কথালৈ। বুলুৰ লগত পৰিচয় হোৱাৰ মুহূৰ্তটোলৈ। সি অলপ ৰৈ উকীলৰ ঘৰলৈ চালে। খিড়িকীৰ পৰ্দাখন কোনোবাই অলপ দাঙিলে। কিবা এটা ভাবি সি পুনৰ যাবলৈ উদ্যত হ'ল। এনেতে কোনোবাই মতা যেন শুনি সি আকৌ উলটি চালে।

—বুলু। মোহন গেটৰ ভিতৰলৈ সোমাল।

-মোহনদা! বুলু বাহিৰৰ চোতাললৈ আগবাঢ়ি আহিল।

—ইয়াত কি কৰিছা বুলু?

—আজিকালি ইয়াতেই থাকো। ইমান দিন ক'ত আছিল মোহনদা?

—ইয়াতেই আছিলোঁ। তাৰপৰা গুচি আহিলা কিয়?

—সেইবোৰ বহুত কথা। কি কৰিছে পিছে এতিয়া?

—মিলৰ ট্ৰাক এখন চলাইছোঁ।

—একেবাৰে ট্ৰাকত ধৰিলেগৈ। থাকে ক'ত?

—মিলৰ কাষতে থাকোঁ।

—ক'লৈকো নোলায় নেকি?

—বেছিকৈ নুফুৰোঁ আজিকালি। সময়েই নাপাওঁ চোন।

—মই আকৌ ভাবিছিলোঁ ইয়াৰ পৰা ক'ৰবালৈ গ'লগৈ বুলিহে। নহলে ইমান দিন এনেদৰে লুকাই থাকেনে?

—সঁচাকৈয়ে বুলু, মই আজিকালি চিনাকী মানুহবোৰৰ পৰা আঁতৰি থাকিবলৈকে বিচাৰোঁ।

—কিয়?

—ক'ব নোৱাৰোঁ, কিয় জানো এই ভাবটো মনলৈ আহি গৈছে।

—পঢ়াশুনা কৰিবলৈ এৰি পেলালেনেকি মোহনদা?

—সেইটোৱেই মোৰ প্ৰধান লক্ষ্য হৈ পৰিছে। দিনটো গাড়ী

চলাওঁ। নিশা পঢ়ো। পৰীক্ষাৰো ওচৰেই পালেহি। কি হয়গৈ ক'ব নোৱাৰোঁ। তথাপিও চেষ্টা হলে কৰিছোঁ। ষ্টাৰিং ঘুৰাই অভ্যস্ত হোৱা হাতেৰে এইবাৰ কলম পিহিবলৈ লৈছোঁ।

—সুন্দৰ কথা। যত্ন কৰক। যত্নৰ অসাধ্য একো নাই।

—কোৱা কথাহে। আচলতে কাম নহবগৈয়ো পাৰে।

—নিশ্চয় হব। একান্তভাবে লাগি যাওক মাত্ৰ।

—জয়া বাইদেইহঁতৰ খবৰ কি বুলু? আজিকালি ইয়ালৈ আহেনে?

—ইয়ালৈ আগৰ দৰে নাহে। উকীলনী বাইদেৱে অলপ চকু দিবলৈ লৈছে।

—তুমি যোৱানে নোযোৱা?

—যাওঁ কেতিয়াবা।

—বৰমইনাৰ খবৰ কি?

—সেই চৰিত্ৰহীনটোৰ বাবেই তো ইয়ালৈ গুচি আহিব লগা হল। আপুনি যোৱাৰ পিচত কিমান কুৎসিৎ কথাবোৰ উলিয়াই মোক অত্যাচাৰ কৰিব বিচাৰিছিল। ভগৱানেহে তাৰ হাতৰ পৰা বচালে।

—ডাঙৰ মানুহৰ ল'ৰা তো?

—ভাল আমৰ পুলি বকৰাণিত গজিছে।

—অলপ বহকহি মোহনদা!

—এতিয়া নবহোঁ দিয়া। মহেশদাও বোধহয় নাই। অন্য এদিন আহিম।

—কেতিয়ালৈ আহিব?

—সময় পালেই আহিম।

—নাপাহৰে তো?

—ও হোঁ। মোহনে গেটখন বন্ধ কৰি দিলে। বুলুৱে গেটৰ ভিতৰৰ পৰাই হেঁপাহেৰে মোহনলৈ চাই থাকিল। বুলুৰ ফালে চাই অলপ হাঁহি মোহনে খোজ চলাই দিলে।



—বাবু! লচিমীয়ে চিঞৰি মাতিলে। আমাৰ ফালে নাহ কিয়? ক'ত থাক আজিকালি?

—ফুৰিবলৈ এৰি দিছোঁ।

—তবিয়ৎ খাৰাপ নেকি?

—তবিয়ত ঠিকেই আছে। সময়হে নাই।

—কি কৰ?

—পঢ়িছোঁ।

—উ। লচিমীয়ে কথাটো বুজাৰ ভঙ্গী দেখুৱালে। মোহনে তাইলৈ চালে। লাজত তাইৰ চকু দুটা সৰু হৈ গ'ল। মৰম লগাকৈ মিচিকিয়াই হাঁহিলে ঃ ক'ত গৈছিলি লচিমী?

—ৰুকুমীহঁতৰ ঘৰত।

—শুকাই গলিচোন লচিমী। কি হৈছে তোৰ?

—বাবাৰ অসুখ। মুখেৰে খুব খুন নিকালিছে। তাইৰ মুখখন ম্লান পৰি গল।

—কেতিয়াৰ পৰা হৈছে?

—এক মহিনা হৈ গৈছে।

—ঔষধ খুৱাইছ নে?

—নাই।

—ঔষধ খুৱাব লাগিব। নহলে ভাল নহব।

লচিমীক ডাক্তৰৰ পৰামৰ্শ লবলৈ কৈ মোহন গুচি গলগৈ।

শঙ্কৰলাল বুঢ়াৰ ওচৰত বহি লচিমীয়ে সেইদিনা বহুত কথা ভাবিলে। ডাক্তৰৰ ওচৰ চাপিবলৈকো তাইৰ হাতত পইচা নাই। ভাবি-চিন্তি মেনেজাৰৰ ওচৰলৈ গৈ বাবাকৰ দুৰৱস্থাৰ কথা জনালেগৈ। লচিমীক মেনেজাৰে একো সাহায্য দিব নোৱাৰিলে। হতাশ হৈ তাই ঘৰলৈ উলটি আহিল। শঙ্কৰলালৰ নিস্তেজ চকু

দুটালৈ চাই চাই তাই চকুলো টুকিলে। আবেলি দিদিজনী আহি ওলালহি।

—খুব বিপদত পৰিছোঁ দিদি! লচিমীয়ে কলে। দিদিয়ে অলপ সময় শঙ্কৰলাললৈ চাই থাকি মন্তব্য কৰিলে ঃ নাবাচিব কিজানি।

—ডাক্তাৰক এবাৰ দেখুৱাব পৰা হলে ···

—দেখুৱাই দেচোন।

—ৰূপিয়া নাই যে!

—হাওলাট ল।

—কোনে দিবনো? কিবা এটা ব্যৱস্থা কৰিব পাৰিবি জানো দিদি?

দিদিয়ে লচিমীলৈ চালে। কপালৰ শিৰকেইডাল কোঁচ খুৱাই কিবা এটা ভাবিলে। লচিমীক যেন কিবা এটা উপায় দিহে এৰিব।

—এটা কাম কৰিবি লচিমী। সন্ধ্যা ওলাবি।

—ক'লৈ? আচৰিত হোৱাৰ দৰে লচিমীয়ে সুধিলে।

—এজন বাবু আছে। ইচ্ছা কৰিলে দশ-বিশ টকা দি দিব পাৰে। যাবিতো?

—যাম।

সন্তোষ মনেৰে দিদি ওলাই গ'লগৈ। সন্ধ্যা শঙ্কৰলালক অকলৈ এৰি থৈ লচিমীয়ে দিদিৰ পিচে পিচে খোজ ললে।

নতুনকৈ সজোৱা ঘৰ এটাৰ ফালে দুয়োজনী আগবাঢ়ি গল। দিদিয়ে দৰ্জাত টুকুৰিয়াই বাহিৰৰ পৰাই মাতিলে। লুঙি পিন্ধা বাবু এজনে দৰ্জাখন খুলি দিলে। লচিমীহঁত ভিতৰ সোমালত বাবুজনে দৰ্জাখন পুনৰ বন্ধ কৰি দিলে। দিদিয়ে লচিমীক নিৰ্জন কোঠা এটালৈ আগবঢ়াই লৈ গল। বিছনাপত্ৰ নোহোৱা উদং তক্তাপোছ এখনতে বহিবলৈ ইঙ্গিত দিলে। চূণ তেলৰ খাৰুৱা গোন্ধ এটা লচিমীৰ নাকত লাগিলহি। অস্বস্তিৰে ইফালে সিফালে চালে। মনলৈ ভয় আৰু সন্দেহৰ ভাব এটাও আহিল। ভিতৰ



সোমাই আহোঁতেই বাবুজনৰ ফালে তাই এবাৰ চাইছিল। তেনেই অচিনাকি মানুহজনৰ পৰা সহায় বিচাৰিলৈ তাই সঙ্কোচ বোধ কৰিলে। দিদিয়ে তাইৰ ভাবটো বুজি পালে।

—তই অলপ বহ। মই বাবুক লগ পাই আহোঁ। দিদি কোঠাটোৰ পৰা ওলাই গ'ল।

লচিমীৰ বৰকৈ আচহুৱা আচহুৱা লাগিল। আকৌ এবাৰ কোঠাটোৰ চাৰিও ফালে তাই লক্ষ্য কৰিলে। এটা চুকত দুটামান চিমেণ্টৰ বস্তা আৰু আন এটা চুকত দুবস্তামান ধানৰ বাহিৰে কোঠাটো তেনেই খালি। তাই অলপ সংযতভাবে বহিল।

শঙ্কৰলাল বুঢ়াৰ মুখখন তাইৰ চকুৰ আগত ভাঁহি উঠিল। যদি পইচা পায়, তেন্তে ডাক্তৰক দেখুৱাই ভাল ঔষধ এটা তাই আনিব। ঔষধ খুৱালেই ব্যাধিটো হয়তো ভাল হৈ যাব। বাবাক মৰি গলেয়ে তাইৰ বহুতো অসুবিধা হব। এটা দুটাকৈ কেইবাটাও কথা মুহূৰ্তৰ ভিতৰতে লচিমীয়ে ভাবি পেলালে।

সিটো কোঠাত বাবুজনৰ লগত দিদিয়ে সৰু সৰুকৈ কথা পাতিছিল। বহুত চেষ্টা কৰিও লচিমীয়ে বুজিব পৰাকৈ একোকে নুশুনিলে। বাবুজনৰ লগত দিদিয়ে চাগৈ ৰূপিয়াৰ কথাকে পাতিছে! তাই ভাবিলে। এনেতে বাবুজন সেইটো কোঠালৈকে সোমাই আহিল।

লচিমীয়ে থিয় দি দিদি আহিছেনে নাই চালে।

—দিদি!

—বহ লচিমী, দিদি এতিয়াই আহিব। দৰ্জাৰ হুকটো লগাই দি বাবুজন কেইখোজমান আগবাঢ়ি আহিল। লচিমী দুখোজমান পিচলৈ গ'ল।

—তোক পইচা লাগে? ওচৰ চাপি বাবুজনে সুধিলে।

—পইচা···? তাই জোৰেৰে নালাগে বুলি চিঞৰি দিব খুজিছিল।

এনেতে তাইৰ হাত এখনত বাবুজনে জোৰেৰে খামোচ মাৰি ধৰিলে। টান মাৰি লচিমীক তক্তাখনত বহুৱাই দিলে।

—বাবা…! আত্মৰক্ষা কৰিবলৈ লচিমীয়ে চিঞৰিলে : দিদি …।

তাইৰ মাত বন্ধ হৈ গ'ল।

লচিমীয়ে একোকে কৰিব নোৱাৰিলে। তক্তাৰ চুকত লাগি তাইৰ আঠুৰ ছাল ছিগিল; তেজ বিৰিঙিবলৈ ললে। ক্ষোভত তাই কঁপিবলৈ ধৰিলে। দৰ্জাৰ হুকটো খুলি বাবুজন বাহিৰ ওলাল।

একে চোঁচাই দৌৰ মাৰি আহি লচিমীয়ে বাহিৰত থিয় দিলেহি। বাহিৰ ওলাই কাপোৰখিনি পৰিপাটিকৈ লৈ ভিতৰৰ ফালে চালে। সেৰেঙা দাঁতৰ নিস্তেজ হাঁহি এটা মুখত লৈ দিদি ওলাই আহিল। বাবুজনে দিদিৰ হাতত গুজি দিয়া নোট দুখনত লচিমীৰ চকু পৰিল। টকা কেইটালৈ তাইৰ ঘৃণা লাগি গ'ল। দিদিলৈ উলটি নোচোৱাকৈয়ে লচিমীয়ে খোজ চলালে। দিদিক কি কৰিব, গালি পাৰিবনে, দুই চৰ লগাই দিব, তাই ঠিৰাং কৰিব নোৱাৰিলে। তাইৰ মুখৰ বৰণ দেখি দিদিয়েও একো নামাতিলে।

—বহুত পলম হ'লনেকি লচিমী?

—নাই। লচিমীৰ খং উঠি গল।

—বাবুজন ভাল আছেৰে। বহুত টাকা আছে। মাইকীটো মৰি গৈছে। বিয়া সাদি নাই কৰিছে।

—বাবুবোৰতো ভালেই। খংমুৱাকৈ লচিমীয়ে উত্তৰ দিলে।

—খং কৰিছ লচিমী?

—তোৰ মান ইজ্জত একো নাই দিদি!

—মান-ইজ্জতৰ বিচাৰ কৰিলে পেট নভৰে, লড়কা বাচ্চা জীয়াই থাকিব নোৱাৰে। কত মাইকীয়ে এই ব্যৱসায় কৰে। হেঁা, তোৰ ৰূপিয়া লৈ ল। পাঁচটকীয়া নোট এখন লচিমীলৈ আগবঢ়াই দিলে। লওঁ-নলওঁকৈ লচিমীয়ে হাত পাতিলে।



—পাঁচ ৰূপিয়াহে?

—ওঁ।

—আৰু?

—আৰু ক'ত পাবি?

—তই দেখোন দশ ৰূপিয়া লৈছিলি?

—দশ ৰূপিয়া ললেই চব খিনি তোক দি দিব লাগিবনেকি?

মুখেৰে কিবা-কিবি কৈ কৈ আন্ধাৰ গলি এটাৰে দিদিয়ে ঘৰলৈ বাট ললে। ক্ষুণ্ণ মনেৰে দুৱাৰখন খুলি লচিমী শঙ্কৰলালৰ ওচৰত থিয় হলগৈ।

—তুই ক'ত গৈছিলি লচিমী? ভোকত পেট জ্বলি গৈছে।

—দিদিৰ পৰা কেইটামান ৰূপিয়া আনিছোঁ বাবা। লচিমীয়ে লৰালৰিকৈ ৰুটি এখন আনি শঙ্কৰলালৰ হাতত দিলেহি। মগ্‌টোৰ পানীত তিয়াই তিয়াই পৰম তৃপ্তিৰে শঙ্কৰলালে সেইখন চোবালে। পিচদিনা ডাক্তৰৰ ওচৰলৈ গৈ লচিমীয়ে কাগজ এখন লিখাই ললে। বড়িকেইটামান আনি শঙ্কৰলালক খুৱালেহি। কুমাৰী দেহৰ পবিত্ৰতাৰ বিনিময়ত লচিমীয়ে শঙ্কৰলালৰ প্ৰাণ ভিক্ষা কৰিলে।

—ফুৰিবলৈ আহিলা নেকি মোহন?

—হয় বাইদেউ!

—এদিন আহিছিলা বোলে! নবহিলা কিয়?

—জৰুৰী কাজ এটা আছিল। সেইকাৰণেহে নবহিলোঁ।

—এাতয়া ক'ত আছানো?

—ধৰম সিঙৰ বাইচ মিলত।

—গাড়ী চলাইছানে?

—আৰু নো কি কৰিম?

—হওক দিয়া। কাম কৰি খোৱাত একো লাজ নাই। পঢ়িছাও বোলে?

—পঢ়ানো কিটো ; অলপ চৰ্চা কৰিছোঁ।

—ভাল হৈছে। বহাঁ। গুচি নাযাবাগৈ আকৌ। মই বুলুক পঠিয়াই দিওঁ।

—আজি মনত পৰিল নেকি মোহনদা ?

—মনত পৰিলেও সদায় সুবিধা নাথাকে যে !

—বহক দেই। বেগতে চাহ একাপ আনো।

মোহন অলপ সময় বহি থাকিল। বুলুৱে চাহ একাপ দিলেহি।

—পৰীক্ষালৈকে এই কেইদিন ছুটীকে লওক চোন।

—ছুটী লোৱাৰ নিয়ম যে তাত নাই।

—গাড়ী চলাবলৈ বাদেই দিয়ক তেন্তে।

—খাম কি ?

—পৰীক্ষাৰ পিচত কিবা এটা কৰিব।

—আৰু এতিয়া ? মোহনে বুলুলৈ চালে। কি ক'ব উত্তৰ বিচাৰি বুলু খন্তেক ৰৈ গল : কাৰোবাৰ ল'ৰা-ছোৱালী পঢ়ুৱাব নোৱাৰিব জানো ?

—পাৰিম। কিন্তু পাম কত ?

—বিচাৰিব লাগিব।

—টিউচন এটা কৰাৰ কথাকে ময়ো ভাবিছোঁ। কিন্তু যোগাৰহে কৰিব পৰা নাই।

—আমাৰ কাষৰ এই মানুহ ঘৰকে মাষ্টৰ এজন লাগে। মই সুধিম বাৰু। যদি হয়, তেন্তে গাড়ী চলাবলৈ বাদ দিব।

—সুধিবা। সোনকাল কৰিবা আকৌ।

— আজিয়েই সুধিম।

—যাওঁ এতিয়া। মোহন ওলাই গ'ল।

—কি হ'ল লচিমী, ইমান ৰাতি কিয় আহিলি ?

—বাবাক একবাৰ দেখি আহিবি বাবু।

—অসুখ বেছি হৈছে নেকি ?



—ওঁ। মৰি যাব কিজানি। লচিমীয়ে চকুলো টুকিলে। কিতাপখন বন্ধ কৰি থৈ মোহনে লচিমীৰ পিচ ললে।

শঙ্কৰলালৰ কাষত থিয়হৈ মৃত্যুৰ পৰা ভৰিলৈকে চকু ফুৰালে। শঙ্কৰলালৰ মৃত্যু-যন্ত্ৰণা আৰম্ভ হৈছে। সি লাহে লাহে আন এখন দুনিয়ালৈ আঁতৰি গৈছেগৈ। শঙ্কৰলালৰ কৰুণ অৱস্থাটোলৈ চাই চাই লচিমীয়ে কান্দিলে। খবৰ পাই বলদেউ সিং ওলালহি। দুই-চাৰি মজদুৰ মানুহ আহিল। লচিমীয়ে শোৱা-চাঙত পৰি পৰি কান্দিবলৈ ধৰিলে। লাহে লাহে মজদুৰ বস্তিটো বেয়া লগাকৈ নীৰৱ হৈ আহিল। শঙ্কৰলাল বুঢ়াই অনন্ত কাললৈ চকু মুদিলে।

শঙ্কৰলালক কাঠ-সংস্কাৰ কৰিবলৈ আহি লক্ষণৰ মনটোও কিয় জানো সেমেকি গ'ল। লচিমীৰ কথা ভাবি মনে মনে সি দুখ কৰিলে। অভাগিনীৰ যে আৰু কোনো নাই। তাইৰ প্ৰতি তাৰ মনত সহানুভূতিৰ ভাব উপজিল। তাইক লৈ গৈ আশ্ৰয় দিয়াৰ কথা ভাবিলে। কিন্তু লচিমীয়ে যে নামানিব। মৰি গলেও এই ছোৱালীবোৰে কথা নেৰে।

লচিমী কেইদিনমান বস্তিতে থাকিল। ওচৰৰ দুই-চাৰিজনী তিৰোতাই অলপ সহায় কৰিলে। মজদুৰবোৰে পুতৌ দেখুৱালে। মোহনেও ঘনাই খবৰ ৰাখিলে। লচিমীৰ প্ৰতি তাৰ মৰম আছে ; সেয়ে দায়িত্বও আছে বুলি সি ভাবিলে। তাইক মজদুৰবিলাকৰ মাজৰ পৰা আঁতৰাই নিবলৈ মোহনে চেষ্টা কৰিলে। ল'ৰা পঢ়ুৱাবলৈ যাওঁতে সেইদিনা বৰুৱা প্ৰফেছাৰৰ আগত মোহনে লচিমীৰ অৱস্থাটোৰ কথা কলে। প্ৰফেছাৰে তাইক লৈ আহিবলৈ মোহনক পৰামৰ্শ দিলে। পিচদিনা লচিমীক মোহনে প্ৰফেছাৰৰ ঘৰলৈকে লৈ আহিল। মজদুৰ মানুহবোৰৰ মাজত বিৰূপ সমালোচনা আৰম্ভ হ'ল।

লক্ষ্মণহঁতে লচিমী বস্তিৰ পৰা আঁতৰি যোৱাত বেয়া পালে। দুই-এটাই বদনাম ৰটিবলৈ ধৰিলে। কল্পিত কাহিনী কিছুমান

প্ৰচাৰ কৰাত লাগি গ'ল। ঈৰ্ষাত মোহনক সিহঁতে বেয়া পাবলৈ ধৰিলে। মজদুৰ বস্তিটো প্ৰাণহীন কৰি লচিমীক লৈ যোৱাটো অন্যায় হৈছে বুলি সিহঁতে ভাবি ললে।

প্ৰফেছাৰৰ ঘৰত আশ্ৰয় পাই লচিমী নিশ্চিন্ত হ'ল। মজদুৰবোৰৰ মাজত তাই থাকিব নোৱাৰিলেহেঁতেন। দিদিহঁতৰ দৰে ব্যৱসায় কৰি জীয়াই থাকিব খুজিলে আশ্ৰয়দাতা আৰু ধনৰ অভাৱ নহলহেঁতেন। লক্ষ্মণৰ দৰে নীচ যোৱান এটাৰ আশ্ৰয়ো তাই নিবিচাৰে। ক'লা হটঙা গাৰে ঠৰঙা চুলিৰ অগঢ়ী লক্ষ্মণটোক দেখিলে তাই ভূত দেখাৰ দৰে ভয় কৰে। কেনে নিৰ্লজ্জভাবে সি তাইলৈ চাই চকু পিৰিকিয়ায় জিভা উলিয়ায় হাতেৰে অশ্লীল ইঙ্গিত দিয়ে। তাইৰ অসহ্য লাগি যায়।

সুকলমে পৰীক্ষাটো দি অঁতাই মজদুৰ বস্তিতে মোহনে বিদ্যালয় এখন খুলিলে। ল'ৰা-ছোৱালী, আদহীয়া বুঢ়াকে লৈ কুৰিজনমান মজদুৰ মানুহে ৰাতি ৰাতি 'পঢ়িবলৈ ললে। দেশৰ চাৰিও ফালে এনে ধৰণৰ বিদ্যালয়ৰ অভাৱ মোহনে অনুভৱ কৰিলে; যাৰ বাবে হাজাৰ শিশু নিৰক্ষৰ অৱস্থাতে থাকিব লগা হৈছে।

বিদ্যালয়খন গঢ়ি তোলাৰ কামত মোহনে মনোযোগ দিলে। মজদুৰ ডেকা কিছুমানে সহায় কৰিলে। চহৰৰ নানা ঠাইৰ পৰা অলপীয়াকৈ হলেও দান-বৰঙনি আহিল। বিদ্যালয়খন চলিবলৈ ধৰিলে। মজদুৰবোৰে গাইপতি চাৰি অনাকৈ মাহেকত মাছুল দিয়ে। তাৰেই স্কুলৰ সকলো খৰচ চলাব লাগে। বেতন হিচাপে লবলৈ একো নাথাকেগৈয়ে।

মোহনে চৰ্দাৰহঁতক গোটাই কমিটি এখন পাতিলে। প্ৰস্তাৱ ললে, বিভাগীয় বৰমূৰীয়ালৈ নকল কপি পঠিয়াই আবেদন জনালে। কোনোবা স্কুল পৰিদৰ্শকে মৌখিক আশ্বাস দিলে; কোনোবাই পেঁচলগা কথাৰে টকা বিচাৰিলে। মোহনৰ বেয়া লাগ গ'ল।



এইখনেই দেশ। এয়েই শিক্ষাব্যৱস্থাৰ চলমান গতি। টকা নাপালে অফিচৰ কলম নচলে। ভেটী নিদিলে কাৰ্য্যসিদ্ধি নহয়।

বহুত চেষ্টা কৰিও শেষত মোহনে চৰকাৰী সাহায্যৰ আশা পৰিত্যাগ কৰিলে। চলিবৰ বাবে আৰু এটা টিউচন যোগাৰ কৰি ললে।

লাহে লাহে মজদুৰ ডেকাবোৰৰ মাজলৈ এটা জাগৰণ আহিল। মোহনে সিহঁতক মজদুৰ ইউনিয়ন এখন পাতিবলৈ পৰামৰ্শ দিলে। মেহনতকাৰী এমখা মানুহ সঙ্ঘবদ্ধ হল। জিলা পৰ্য্যায়ত মজদুৰ ইউনিয়ন এখন গঠন কৰিলে। চৰকাৰ আৰু মালিকৰ ওচৰত ন্যায্য প্ৰাপ্যৰ বাবে আবেদন জনালে। ছেক্ৰেটেৰী হিচাপে মোহনৰ দায়িত্ব আৰু কৰ্তব্য বৃদ্ধি পালে। ডেকাবোৰৰ এনে কাম ৰাম-দয়ালহঁতৰ দৰে বুঢ়াবোৰৰ মনত বিসদৃশ লাগিল। মালিকক দেখিলে সাতবাৰ চালাম ঠুকা, দেৱতাতকৈয়ো শ্ৰেষ্ঠ জ্ঞান কৰা, বুঢ়া মজদুৰবোৰে প্ৰতিবাদ তুলিলে। বুঢ়া-ডেকা ভেদে দুটা মনোভাৱৰ সৃষ্টি হৈ গ'ল। তথাপিও মজদুৰ ইউনিয়ন আগবাঢ়ি গল। সংগঠন চলিল। দাবীদিবস পালন কৰিলে। দুটাকৈ হৰতাল সফল ভাৱে চলিল।

এই মজদুৰবোৰৰ সমস্যাৰ সমাধান বিচাৰি মোহনে বহুতো পৰিকল্পনা হাতত ললে। গাড়ী চলোৱাৰ ইচ্ছা তাৰ মনৰ পৰা লাহে লাহে আঁতৰি যাবলৈ ধৰিলে। মোহনে এটা উন্নত জীৱনৰ কল্পনা কৰিলে; ভবিষ্যত এটা গঢ়িব খুজিলে। ড্ৰাইভাৰ জীৱনৰ বৈচিত্ৰ্যহীন দিনবোৰৰ কথা পাহৰি যাবলৈ চেষ্টা কৰিলে।

মেনেজাৰে বেয়া পালে। মিলৰ মালিক ধৰম সিঙে মোহনক দমন কৰাৰ কথা ভাবিলে।

—প্ৰণাম মাষ্টৰ বাবু!

—প্ৰণাম।

—বাটেই এৰিলে দেখোন ?

—বাটে পোৱালী মেলাৰ বতৰ নহয় জানো ?

—অ' এৰা।

—ভালে আছা তো ?

—খাই-বৈ আছোঁ কোনোমতে। লচিমীৰ খবৰ লবলৈ আহিল নেকি ?

—লচিমীৰ খবৰ লোৱা অপৰাধৰ কথানেকি ?

—মুঠেই নহয়। ব'ব এতিয়াই তাইক মাতি দিছোঁ।

বুলু প্ৰফেছাৰৰ ঘৰলৈ গ'ল। বুলু যোৱাৰ ফালে মূৰ তুলি মোহনে চালে। খন্তেক পিচতে লচিমী আহি হাজিৰ হলহি।

—নমস্কাৰ কৰ্ণ বাবু। না নমস্কাৰ মাষ্টৰ জী!

—নমস্কাৰ। মোহনে হাঁহিলে। লচিমীয়ে সঙ্কোচৰ ভাব দেখুৱালে। কৰ্ণবাবু বুলি আকৌ কিয় মাষ্টৰজীৰে লচিমীয়ে কথাষাৰ সংশোধন কৰিলে বুলুৱে তাক নুবুজিলে।

—ভালে আছ লচিমী— ?

—হাঁ।

—মজদুৰ বস্তিত আকৌ নাযাৱ জানো ? লক্ষ্মণে তোক বিচাৰি ফুৰিছে যে ?

—কুত্তাৰ বাচ্চাক জুতা লগাই দিবি বাবু।

—ধেৎ পাগলী। সি তোক ভাল পায়, তয়ো তাক ভাল পাবলৈ ল। তেহে তহঁতৰ সাদি সোনকালে হব। প্ৰফেছাৰক কথাটো কম আজি।

—ছিঃ। প্ৰফেছাৰক নকবি বাবু। লক্ষ্মণক মুই কেতিয়াও বিয়া নকৰিম।

—বুজিছ লচিমী, জীয়াই থাকিবলৈ লগ এটা লাগে। সুযোগ পালে গ্ৰহণ কৰাই ভাল। নহলে পস্তাব লাগিব পিচত।

মোহনৰ কথাৰ একো উত্তৰ নিদি লচিমী অলপ বৈ গ'ল। বুলুৱে



মোহন আৰু লচিমীৰ কথা-বতৰাখিনি সহজভাবে লব নোৱাৰিলে। লচিমীক লৈ মোহনৰ এই ব্যস্ততাৰ অৰ্থ বিচাৰি নাপাই বুলু ভিতৰ সোমাল। মোহনলৈ চাই লচিমীয়ে তেনেদৰে হহঁাটো বুলুৰ মুঠেই ভাল নালাগিল।

এই মজদুৰ ছোৱালীবোৰৰ মান-ইজ্জৎ একো নাই। বুলুৱে ভাবিলে। কিছু সময় কথা-বতৰা হোৱাৰ পিচত লচিমী গ'লগৈ। মোহনেও উঠিবলৈ উচ্‌পিচ্‌ লগালে। আনদিনাৰ দৰে কথা পতাৰ আগ্ৰহ সেইদিনা বুলুৱে নেদেখিলে। মোহনক বৰকৈ অমনযোগী যেন লাগিল সেইদিনা। মোহন যোৱাৰ পিচত বুলুৰ মূৰটো সামান্যভাবে গৰম হৈ গৈছিল। লচিমীক গালি পাৰিবলৈ ইচ্ছা হৈছিল। চুলিত ধৰি বগৰাই বগৰাই সৈ কঢ়াবৰ মন গৈছিল। লচিমীয়ে বুলুৰ আগত কেইবাদিনো মোহনৰ প্ৰশংসা কৰিছিল। এই প্ৰশংসাত স্বাৰ্থৰ কণিকা নাইতো ? ভাবি ভাবি মোহনৰ ওপৰতো বুলুৰ খং উঠি গ'ল।

—কোন ?

—মুই বাবু।

—অ' ৰামু! ইমান ৰাতি ?

—হাঁ।

—তই মদ খাই আহিছ ৰামু। এই বেয়া অভ্যাসটো এৰিব নোৱাৰিলি ?

—ওঁ খাইছোঁ। তই খাবি ? নাখাৱ। বচ নালাগে খাব। তই শৰীফ আদমী আছ। এই বাবু, তই ইয়াৰ পৰা গুচি যা।

—কিয় যাব লাগে ?

—তই মালিকৰ দুষ্মন আছে।

—দুষ্মন ?

—হঁা, মালিকে বত্লাই দিছে, তোক খুন কৰিলে বহুত ৰূপিয়া মিলিব।

—খুন, তই কৈছ কি ৰামু?

—লেকিন আমি তোক খুন কৰিব নোৱাৰে।

—মোৰ অপৰাধ কি?

—তই মজদুৰ ইউনিয়ন পাতিছ। যোৱান আদমী চব নষ্ট কৰি দিছ।

—আৰু?

—মালিকৰ লগত বেইমানী কৰিছ।

—অ' মোক খুন কৰিবলৈ তোক পঠাই দিছে তেন্তে?

—হঁা। এই বস্তিত তই এক্‌লা শৰীফ আদমী। থাকিব নোৱাৰিবি। গুচি যা। হোঁ......।

ঢলং পলং কৈ ৰামু ওলাই গ'লগৈ। তাৰ কথা শুনি মোহন আচৰিত হৈ গ'ল। তাক মাৰিবলৈ তেন্তে গুণ্ডা পঠাইছিল! ইমান নীচ মনৰ মানুহ এইবোৰ। মোহনে কথাটো অলপ দকৈ চিন্তা কৰিলে। দুৰ্নীতিপৰায়ণ এই ব্যৱসায়ীজনৰ চোৰাং কাৰবাৰবোৰ মোহনে দেখি আহিছে। দেশৰ হাজাৰ হাজাৰ মানুহক বঞ্চিত কৰি কিদৰে তেওঁ ধন ঘটিছে তাকো মোহনে জানে। কিন্তু কাৰো আগত তো মোহনে এইবোৰ কথা প্ৰকাশ কৰা নাছিল। তথাপিও দুষ্মন বুলি ভাবি ললে কিয়?

ৰামুৱে ঠিকেই কৈছে। মোহনে ভাবিলে। যিমান সোনকালে পাৰি ইয়াৰ পৰা গুচি যোৱাই ভাল। ইয়াত থাকি আৰু একো কাম নহব।

দুদিনমান পাৰ হৈ গল সেইদৰেই।

মোহনে কলেজীয়া লৰাৰ মেছ এটাত থকাৰ সুবিধা কৰিলে। মজদুৰ বস্তি এৰি থৈ মোহন মেছলৈ আঁতৰি আহিল। আকৌ কৰিমহঁতক লগ পোৱাৰ সুবিধা ওলাল। এই কেইমাহতে কৰিমটো



ভাল ড্ৰাইভাৰ হৈ গ'ল। মদনটো কিন্তু পাক্কা বুৰ্বক হৈয়ে থাকিল। সি আজিও হেন্দেল ঘূৰায়, মটৰ চাফ কৰে, ডিঙিলৈকে মদ ঢালি মাতলামি কৰে। সিহঁতৰ লগত কটোৱা দিনবোৰলৈ মোহনৰ মনত পৰে। ইহঁতৰ মনত উচ্চাকাঙ্ক্ষা একো নাই দায়িত্বহীন জীৱন এটাক কঢ়িয়াই কঢ়িয়াই ইহঁত মৰি যাবগৈ। সিহঁত অভ্যাসৰ দাস হৈ গ'ল। অভ্যস্ত জীৱনটোক সলাই লব পৰা মানসিক প্ৰস্তুতি সিহঁতৰ নাই।

মজদুৰ বস্তিৰ পৰা অহা কিছুদিনৰ পিচতে প্ৰৱেশিকা পৰীক্ষাৰ ৰিজাল্ট ওলাল। মোহনো উত্তীৰ্ণ হ'ল। আনন্দত তাৰ মনপ্ৰাণ অধিৰহৈ উঠিল। মোহনৰ বাবে কৃতকাৰ্য্যতা সাধাৰণ কথা নহয়। এতিয়া উচ্চ শিক্ষাৰ প্ৰতি তাৰ ধাউতি এটা বাঢ়িবলৈ ধৰিলে। অভাৱৰ কথা ভাবি সি বিমোৰত পৰিল। কেইটামান দিন পাৰ হৈ গ'ল।

মোহনে স্থানীয় এখন কলেজৰ অধ্যক্ষ গোস্বামীক লগ ধৰি সকলো কথা বিবৰি কলে। দুৰ্নীতি আৰু স্বাৰ্থপৰতাৰে ভৰপূৰ হৈ পৰা যুগটোত ব্যতিক্ৰম হিচাপে জন্ম লৈছিল সেই মানুহজনে। হাঁহি হাঁহি হঁহুৱাব পৰা মুকলি মন আৰু এক মহান ব্যক্তিত্ব লৈ গোস্বামীয়ে সাহস আৰু নিষ্ঠাৰে সমাজ সেৱাত আত্মনিয়োগ কৰিছে। তেওঁ আছিল ছাত্ৰ-বন্ধু, সমাজহিতৈষী আৰু শিক্ষানুৰাগী।

তেওঁ মোহনক সুবিধা দিলে। মোহনে স্থানীয় কলেজত নাম লগাই ললে।

মোহনৰ জীৱনৰ গতি লাহে লাহে সলনি হবলৈ ধৰিলে। টেক্সি চলাই অনাই বনাই ফুৰা অঘৰী মনটোলৈ মানুহ হোৱাৰ অলেখ কল্পনা আহিল। কলেজীয়া জীৱনৰ ৰোমাঞ্চেই তাক ভাব-বিলাসী কৰি তুলিলে। নতুন চিন্তা, নতুন কল্পনা আৰু ৰঙীন আশা আহিল জীৱনৰ বাটলৈ। মজদুৰ বস্তিৰ স্কুলখন বন্ধ হৈ গল।

মোহনৰ এই কৃতকাৰ্য্যত বুলুৱেও অতিশয় আনন্দ পালে।

মোহনৰ মাজত বুলুৱে নতুনৰ ৰূপ এটা দেখিলে। টেক্সী ড্ৰাইভাৰ, দায়িত্বহীন ল'ৰা এটাৰ এই নাটকীয় পৰিবৰ্তনটো নিশ্চয় প্ৰশংসনীয়। বুলুৱে ভবাৰ দৰেই মোহন যদি এদিন ডাঙৰ মানুহ হৈ যায়গৈ, কিমান ভাল হব তেতিয়া। বুলুৰ মনলৈ আজিকালি নানান চিন্তা আহিবলৈ লৈছে। মোহনক তাইৰ মনে ইমানকৈ বিচৰাৰ অৰ্থ তাই নুবুজা হৈছে।

—বুলুক তই সাদি কৰিবি বাবু?

—ধেৎ!

—ইস্ বুলুৱে চব কথা কৈছে। তাইৰ মতলব আছে। তোলৈ খুব মুহব্বত আছে।

—পাগলীজনীৰ কথা তই নাজান লচিমী। তাই কেতিয়াবা নকবলগীয়া কথা কৈ পেলায়। পিচত আকৌ তাৰ বাবেই খেদ কৰে। বুলু মোৰ বহিন আছে লচিমী, বিয়া কৰাব নোৱাৰি নহয়।

—বহিন। লচিমীয়ে অৰ্থপূৰ্ণভাবে হাঁহিলে।

—সঁচা লচিমী, আগতে মোৰ বহিন এজনী আছিল। এতিয়া দুজনী হৈ গ'ল।

—আৰু কোন?

—বুলু আৰু তই। তহঁত দুয়োজনীয়েই মোৰ বহিন হৈ গলি। তহঁতক লৈ কিমান চিন্তাত পৰিছোঁ। তহঁতৰ লগত মোৰ এই সম্বন্ধ অৱস্থাৰ পৰা ওপজা সম্বন্ধ। আমি তিনিওটাৰে মাজত তেজৰ সম্বন্ধ নাথাকিলেও অৱস্থাৰ সম্বন্ধ আছে। সমস্যাই আমাক ওচৰ চপাই আনিছে। সংঘাতে আমাক পৰস্পৰক বুজিবলৈ সহানুভূতিময় দৃষ্টি দিছে। আমি তিনিও ভাই-ভনী হিচাপে জীয়াই থাকিম লচিমী। ইয়াৰ মাজলৈ পাপ-কামনাক আহিবলৈ নিদিবি।



মোহনৰ কথাবোৰ লচিমীয়ে ৰ লাগি শুনিলে। তাৰ মনৰ পবিত্ৰতাই লচিমীক মুগ্ধ কৰিলে। নতুন চকুৰে লচিমীয়ে মোহনলৈ চালে। আবেগত তাইৰ চকুলো ওলাব খুজিলে। সংযতভাবে ভিতৰ সোমাই গলগৈ।

—ঐ ৰবিলাল!

—আৰে মোহন ভাই!

—ক'ত আছ আজিকালি?

—হনুমানজীৰ ট্ৰাকত। তই?

—গাড়ী চলাবলৈ এৰি দিছোঁ, পঢ়াত লাগিছোঁ। কলেজত পঢ়িছো।

—হয় নেকি?

—হয় দে। মই এতিয়া কলেজীয়া ল'ৰা। দেখা নাই, এনে পেণ্ট-চাৰ্ট জানো আগতে পিন্ধিছিলো? মোক দেখিলে ড্ৰাইভাৰ যেন লাগে জানো?

—ওহো। ৰবিলালে মোহনৰ মূৰৰ পৰা ভৰিলৈকে এবাৰ চালে। বহুত পৰিবৰ্তন তাৰ চকুত পৰিল। ভাল ড্ৰাইভাৰ হবলৈ চেষ্টা নকৰি, ভাল মানুহ হবলৈ চেষ্টা কৰিছে সি। ৰবিলালৰ ভাল লাগি গ'ল।

—ব'ল না, চাহ একাপ খাই লওঁ। কিমান দিন যে তোক লগ পোৱা নাই! ৰবিলালৰ ফালে চাই মোহনে কলে।

—ব'ল। ৰবিলাল দোকানৰ ফালে আগবাঢ়ি গল।

—তহঁতৰ কথা কেতিয়াবা মনত পৰে ভাই! সেই যে আগৰ কথাবোৰ। মহলদাৰৰ দোকানত আড্ডা দিয়াৰ দিনবোৰৰ কথা বোৰলৈ প্ৰায়েই মনত পৰে। মদনটো বোলে মিলিটেৰী গাড়ীত সোমাল। কৰিমক এদিন পাইছিলোঁ। চাইদৰীয়া লাইনত গাড়ী চলায় সি।

— ওঁ। পাওঁ মাজে সময়ে।

—পুৰণি বন্ধুবোৰক লগ পালে ভাল লাগে দেচোন। বিয়া-বাৰু কিবা হৈ গল নেকি তোৰ ?

—নাই। পাতিব লাগিব কিন্তু। নহলে বৰ অসুবিধা হৈছে। চকী এখনত বহি লৈ ৰবিলালে উত্তৰ দিলে।

—ভাল ছোৱালী এজনী আছে অ' ৰবিলাল। তহঁতৰ বিহাৰী ছোৱালী ; মাক বাপেক কোনো নাই। বেয়া নহব কিন্তু।

—ক'ত আছে ?

— বৰুৱা প্ৰফেছাৰৰ ঘৰত। চাব খুজিলে মোৰ লগত ওলাবি। ময়েই সকলো ঠিক কৰি দিম।

—আচ্ছা। ৰবিলালে মোহনৰ কথাত সন্মতি জনালে।

চাহ তুকাপ খাই তুয়োটা ওলাই আহিল বাটত ৰবিলালে মোহনৰ লগত বিয়াৰ কথা আলোচনা কৰিলে। অহা ৰবিবাৰে যাম বুলি মোহনক দিন দি ৰবিলাল গ'লগৈ। কথাটো ভাবি মোহনৰ ভাল লাগি গ'ল। লচিমীক ৰবিলালৰ হাতত গতাব পাৰিলে নিশ্চয় ভাল কাম হ'ব।

"এথেঞ্চবাসিনী ইমান অপৰূপ ক'ত পালা কোৱা,
লৈ যোৱা মন মোৰ ফিৰাই দি যোৱা।"

ভিতৰ সোমায়েই চন্দ্ৰই কবিতা আবৃত্তি কৰিলে। কমলে বজৰুৱা হাঁহি এটা মাৰি কোঢ়াল লগাই দিলে।

—হেৰ কবি পোৱালীহঁত, আহিয়েই চোন এথেঞ্চৰ কবিতাত লাগিলিহি ? অনন্তই বিছনাৰ পৰা মূৰ তুলি কলে।

—চুক ভেকুলীয়ে কি বুজিবি এথেঞ্চৰ কবিতা। ভদ্ৰই আজ পতাই পেলালে।

—কাক, হেৰ কাক পতালে ভদ্ৰই ?

—তালুকদাৰৰ জীয়েকক। সিদিনা যে কলেজত গান গাইছিল। তহঁতৰ ফাৰ্ষ্ট ইয়েৰৰ সেই যে শকুন্তলা তালুকদাৰ। তাইক।



—হয় নেকি ? অনন্ত বিছনাৰ পৰা উঠি আহিল। গাৰুটো বুকুৰ মাজত সুমুৱাই লৈ মোহনে চন্দ্ৰহঁতৰ কথালৈ কাণ পাতিলে। দায়িত্বহীন এই ল'ৰাকেইটাই কলেজত কি পঢ়ে, মোহনে নুবুজে। দিনৰ বেছিভাগ সময়েই সিহঁতে কোনোবা অপৰিচিতা গাভৰুৰ কথা পাতি পাৰ কৰি দিয়ে। গধূলি পঢ়িবলৈ লৈয়ো সেই বেমাৰটোৱে উক্ দিলে কিতাপ জপাই আড্ডাত বহে। বহুত ৰাতিলৈকে গল্প-গুজৱ কৰি শেষত শুই থাকেগৈ। ৰাতিপুৱা সাত বজাৰ আগতে বিছনা এৰাৰ অভ্যাস এটাৰো নাই। ৰাছুৱে খোৱাদি খায়ো চন্দ্ৰৰ যিহে চেহেৰাপাট হৈছেগৈ। কোটৰত সোমোৱা চকু, আৰু ওলাই থকা গালৰ হনু তুটাৰ ওপৰত এক ইঞ্চি ডাঠকৈ ৰং সানি চৌখিন হোৱাৰ সকলো চেষ্টা তাৰ বিফলে গৈছে। কমলটোৱে সদায় পুৱাতে উঠি দাঢ়ি কেইদাল ব্লেডেৰে চুচি লয়, চুলিৰ ভাঁজ কেইটা চিজিল কৰিবলৈ কুৰিবাৰ মান আয়না চায়। চেণ্টৰ গোন্ধত ওচৰ চাপিবই নোৱাৰি। পিৰিক্ পাৰাকৈ বান্দৰৰ দৰে সি ছোৱালীলৈ চালে অচিনাকি ছোৱালীবোৰে ভয় খাই যাব। কলেজৰ কোনোবা ছোৱালীয়ে যদি তালৈ চাইছে, তেন্তে সেয়া পুতৌৰ চাৱনিহে। বেচেৰাই চাগৈ আজিলৈকে কোনো ছোৱালীৰে পৰা অকণিও মৰম পোৱা নাই। সিহঁতৰ মতেৰে কোনোবা ছোৱালীয়ে সিহঁতলৈ চালেই তাইক পতাই পেলোৱা হয়। অলপ আগবাঢ়ি যদি কোনেবা ছোৱালীয়ে সিহঁতলৈ চাই হাঁহিলে তেন্তে সিহঁত ৰোগৰ গৰাহত পৰিবই। ভাবি ভাবি মোহনৰ হাঁহি উঠিবহে খুজিছিল।

ৰবিবাৰৰ দিনা ৰবিলাল আহিল। মোহনৰ লগ লাগি লচিমীক চালে। ছোৱালী তাৰ পছন্দ হৈ গল। মোহনে প্ৰফেছাৰৰ লগত কথা পাতিলে। লচিমী আৰু ৰবিলালৰ বিয়াৰ প্ৰস্তুতি চলিল। লচিমীক মোহনে ৰবিলালৰ হাতত গতাই দিলে। এক নিশ্চিত

বিপদৰ বুকুৰ পৰা অনিশ্চিত পৃথিবী এখনলৈ লচিমী গুচি গ'লগৈ লচিমীৰ বিয়াৰ খবৰ পাই লক্ষ্মণে গুজৰি উঠিছিল। বিয়াখন ভাঙি দিবলৈ বহুতো চেষ্টা কৰিছিল। বিফল হৈ মোহনলৈ তাৰ খং উঠি গৈছিল। প্ৰতিশোধ লোৱাৰ কথা ভাবিছিল। তাৰ মনে বুজনি নমনা হৈছিল।

লচিমীৰ বিয়াৰ পিচত বুলুৰ মনৰ পৰাও সন্দেহৰ ডাৱৰ এচমকা আঁতৰি গৈছিল। মোহনক ভুল বুজাৰ বাবে তাই অনুশোচনা কৰিলে। তাইৰ মৰমথিনি নিয়ৰত তিতা শেৱালি পাহিৰ দৰে পুনৰ নিকাহৈ পৰিছিল।

লচিমীৰ দৰেই বুলুৰো স্থায়ী ব্যৱস্থা এটা কৰি দিব লাগিব। মোহনে কথাটো ভাবিলে। তাইৰো কিজানি সংসাৰত কোনো নাই। নহলে নিজৰ পৰিচয়টো সেইদৰে লুকুৱাই নাৰাখিলেহেঁতেন। তিনিটা নিঠৰুৱা প্ৰাণীৰ মাজত মৰমৰ এনাজৰী এডাল হঠাতে লাগি গ'ল। চেষ্টা কৰিলেও ছিঙি পেলাব নোৱাৰাকৈ সিহঁত সাঙোৰ খাই পৰিল।

কাননগোৰ ঘৰত টিউচন কৰিবলৈ অহাৰ দিনাই মোহনে শকত-আৱত ছোৱালী এজনী দেখিছিল। প্ৰথম দৃষ্টিতে ছোৱালীজনীক বৰকৈ অভিমানী যেন লাগিছিল। ছোৱালীজনীয়ে এদিনলৈকো তাৰ লগত পৰিচয় হবলৈ বিচৰা নাছিল। মোহন আহিলেই ছোৱালীজনী ভিতৰ সোমাইছিল, নহলেবা অস্বাভাৱিকভাবে গম্ভীৰ হৈ পৰিছিল। গাভৰু ছোৱালী এজনীৰ এনে ব্যৱহাৰ মুঠেই ভাললগা নাছিল। ঘৰলৈ অহা মাষ্টৰ এজনৰ লগত পৰিচয় হোৱাটো ভদ্ৰতাৰ কথা বুলি তেওঁ হয়তো ভবাই নাছিল। এইদৰেই কিছুমান দিন পাৰহৈ গৈছিল। লাহে লাহে মোহনে লক্ষ্য কৰিবলৈ লৈছিল—ছোৱালীজনীৰ ভাবত অভিভাৱকৰ দৰে শাসনৰ সুৰ এটা আছে। মোহনে কি পঢ়ুৱায়, কেনে ধৰণৰ শিক্ষা দিয়ে, তাক



ছোৱালীজনীয়ে লক্ষ্য কৰে। টিউচনলৈ আহোঁতে মোহনে প্ৰায়েই কিতাপ একোখন হাতত লৈ আহিছিল। ছোৱালীজনীয়ে ভাবে: মোহনে লৰা-ছোৱালীকেইটাক কিবা-কিবি লিখিবলৈ দি কিতাপ পঢ়ি থাকে। সেইবাবেই কেতিয়াবা মোহনে শুনাকৈয়ে কঠুৱা মন্তব্য কৰে। মোহনে ব্যক্তিত্বত আঘাত লগা যেন পায়।

পঢ়ুৱাই থাকোঁতে হৃষ্টপুষ্ট ল'ৰা এটাক তালৈ অহা মোহনে প্ৰায়েই দেখে। কৰ লৰা, কি কৰে, কিয় তালৈ আহে, এইবোৰ ভাবিবৰ প্ৰয়োজন তাৰ নাই। তেওঁ আহিলেই কিন্তু ছোৱালীজনীৰ মনৰ গতি সলনি হয়। দৰ্জাখন খুলি পৰ্টিক'লৈকে ল'ৰাটোক মাতে। অলপ পিচতেই দৰ্জাখন ভিতৰৰ পৰা বন্ধ কৰি দিয়ে। সেইখন দৰ্জা কেৱল এজনৰ বাহেহে মেল খায়। ল'ৰাজনে ভিতৰত কি কৰে তাকো মোহনে নাজানে। বহুত সময়ৰ পিচত দৰ্জাখন মেল খালে সি বুজে, ল'ৰাজনৰ চাগৈ যাবৰ হ'ল।

দীপ্তিয়ে কেতিয়াবা ল'ৰাজনৰ কথা কয়। তেওঁৰ নাম দীপক আৰু ছোৱালীজনীৰ নাম সন্ধ্যা। এইখিনি পৰিচয়েৰেই মোহনে সিহঁতক বুজিবলৈ বহুত দিন চেষ্টা কৰিলে।

—আপুনি অঙ্ক নাজানে ছাৰ। মিছা-মিছি কৰি লাভ নাই।

—কেনেকৈ জানিলা ?

—সন্ধ্যা বাইদেৱে কৈছে নহয়।

—সন্ধ্যা বাইদেৱেৰাই খুব জানে নেকি ?

—জানেতো, মেট্ৰিক দিয়া ছোৱালী এজনীয়ে অঙ্ক নাজানিব কিয় ?

—সন্ধ্যা বাইদেৱেৰাই মেট্ৰিক দিব নেকি ?

—ওঁ। যোৱাবাৰ ফেল হ'ল। আগৰবাৰ ইংলিছত বেয়া হৈছিল। দীপকদাই এতিয়া খুব পঢ়ুৱাইছে। এইবাৰ পাছ হবই।

—নিশ্চয়, দীপকদাই বাৰু কি কৰে দীপ্তি ?

—দীপকদা মস্ত চোকা লৰা। কলেজত পঢ়ে। যোৱা বছৰ পৰীক্ষা বেয়া হ'ল গতিকেহে পাছ কৰিব নোৱাৰিলে। নহলে ফেল নকৰিলেইহেঁতেন। জানে, দীপকদা খুব ভাল ল'ৰা।

—তোমালোককোচোন তেৱেঁই পঢ়ুৱাব পাৰে?

—সন্ধ্যা বাইদেৱে তাত আমাক পঢ়িবলৈ নিদিয়ে যে—আমি গলেই তেওঁ দিষ্টাৰ্ব পায়। আমি যাওঁ বুলিয়েইতো দৰ্জা খিড়িকী বন্ধ কৰি লয়। আমিও নাযাওঁ।

—বেছ কৰা।

দীপ্তিৰ মুখৰ পৰাই সন্ধ্যা আৰু দীপকৰ বিষয়ে মাজে-সময়ে দুই এটা কথা মোহনে শুনে। সেইবোৰৰ প্ৰভাৱ তাৰ মনত নপৰে। সন্ধ্যাক মাতিবলৈ সি সঙ্কোচ কৰে। সন্ধ্যাৰ মনত মোহনৰ প্ৰতি সদ্ভাৱ একেবাৰেই নাই। সন্ধ্যাহঁতৰ ঘৰলৈ আহিলে ক'ৰপৰা জানো বিষাদৰ ভাব কিছুমান তাৰ মনলৈ আহি যায়। ঘৰুৱা শিক্ষক সকলৰ মৰ্য্যদাৰ ওপৰত তাৰ সন্দেহ জন্মে। কেইটামান টকাৰ কাৰণে এইদৰে ঘৰে ঘৰে ঘুৰি ফুৰিবলৈ তাৰ কেতিয়াবা বেয়া লাগি যায়।

বাহিৰা সমস্যা কিছুমানৰ পৰা নিলগত থাকি মোহনে পঢ়াত মনোযোগ দিছিল। চাওঁতে চাওঁতে এটা বছৰ শেষ হৈ আহিছিল। টিউচন কৰি পোৱা ধনেৰে খাই-বৈ কলেজৰ খৰচ-পাতি. কৰিবলৈ নোজোৰে। মোহনে চাকৰি এটা কৰাৰ কথা ভাবিলে। কেইবাটাও অফিচত কামৰ বাবে আবেদন কৰিলে। কেইবাজনো বৰমূৰীয়াক সাক্ষাৎ কৰি নোহোৱা-নোপজা কথাৰ উত্তৰ দিলে। আত্মসন্মান তল পেলাই থৈ নিজৰ কথা কলে। চাকৰি কিন্তু কতোৱেই নাপালে।

এইদৰে যাওঁতে যাওঁতে কেইবা মাহৰো মাচুল বাকী পৰিল। প্ৰাক্-বিশ্ববিদ্যালয় ফাইনেল পৰীক্ষাৰ ওচৰ চাপিলহি। টকাৰ চিন্তা মোহনৰ বাবে ডাঙৰ সমস্যা হৈ পৰিল।



কলেজলৈ আহোঁতে বুকুত বান্ধি অনা আশাবোৰ এটা এটাকৈ ধ্বংস হৈ যাবলৈ ধৰিলে। টকা নাপালে যে সি পৰীক্ষা দিব নোৱাৰিব। কেনেকৈ টকা সংগ্ৰহ কৰিব তাকে ভাবি কেইটামান দিন পাৰ কৰি দিলে।

—পঢ়া শুনা কেনে চলিছে মোহনদা?

—সেইবোৰ বাদ দিবহে খুজিছোঁ বুলু!

—কিয়নো?

—কি কৰিবা! সমস্যাই বাধ্য কৰাইছে।

—কিহৰনো সমস্যাটো আহিল আকৌ?

—ধনৰ সমস্যা। কলেজ ডিউজ কেইবা মাহৰো বাকী আছে। তাতে আকৌ পৰীক্ষাৰ ফিজ দিব লাগে। লাষ্ট ডেট ত্ৰিশ তাৰিখে। টকা বিচাৰি ক'তো পোৱা নাই। পৰীক্ষা দিওঁ কেনেকৈ?

—কাৰোবাৰ পৰা ধাৰলৈ লবও নোৱাৰেনে?

—কোনে দিব! এনেবোৰ কামত সহায় কৰিবলৈ কোনেও ধন গোটাই নাৰাখে নহয়। যাকে-তাকে ক'বলৈকো ভাল নালাগে। কৰিমটোক সিদিনা কৈছিলোঁ। দিম বুলি আশ্বাসো দিছিলে। আজি কলে তাৰ হেনো ভনীয়েকৰ বিয়া। টকা দিব নোৱাৰিব।

—ভালদৰে বিচাৰি চাওকচোন।

—বিচাৰিবৰ স্থলেই নাই যে। চোৱা যাওক, কি হয়গৈ।

—আজি কিমান তাৰিখ?

—পঁচিশ।

—আৰু পাঁচ দিনহে আছে?

—এৰা, এই পাঁচ দিনতে টকা যোগাৰ নহলে পৰীক্ষা দিয়াটো এইবাৰলৈ বাদ দিব লাগিব।

—বাদ দিব কিয়? যেনে-তেনে পৰীক্ষা দিবই লাগিব মোহনদা!

—শেষলৈকে চেষ্টা কৰি চাওঁ বাৰু।

মোহন ওলাই গ'লগৈ। বুলুৰ মনলৈ চিন্তাৰ ভাব এটা আহিল। ইমান উৎসাহ, ইমানখিনি একাগ্ৰতা ধনৰ অভাৱতে মোহনদাই যদি হেৰুৱাই পেলায়গৈ! তেতিয়াহলে আগলৈ উন্নতি কৰিব নোৱাৰিব।

সেই দুদিন মোহন প্ৰফেছাৰৰ ঘৰলৈকো অহা নাছিল। পিচদিনা টিউচনলৈ আহোঁতে বুলুৱে উকীলৰ ঘৰলৈ তাক মাতি নিছিল।

—টকা পালে জানো?

—নাই।

—কি হব তেন্তে?

—পৰীক্ষা দিয়াটো বন্ধ কৰি দিব লাগিব।

—এয়া লওক।

—কি?

—টকা।

—টকা, ক'ত পালা বুলু?

—বাইদেউৰ পৰা ধাৰলৈ লৈছোঁ।

—কিয় ধাৰলৈ লৈছা। মোক টকা নালাগে বুলু। মই পৰীক্ষা নিদিওঁ।

—ছিঃ তেনেকৈ নক'ব মোহনদা! পৰীক্ষা দিবই লাগিব। লওক।

—নহয় বুলু, মোক অপৰাধী নকৰিবা। মই আন প্ৰকাৰে সুবিধা কৰিম।

—নালাগে। মোহনৰ পকেটত বুলুৱে টকাখিনি সুমুৱাই দিলে। বুলুৰ হাতখনত খামুচি ধৰি বুলুলৈ চালে। ভাবাবেগত চকুৰেদি দুধাৰি পানী বৈ আহিল।

—ইস্! বুলুৱে শাৰীৰ আঁচলেৰে তাৰ চকুপানীবোৰ মচি দিলে। ভনী হিচাপে এইকণ সুযোগো জানো মোক নিদিব মোহনদা?



বুলুৰ ফালে সকৰুণভাবে চাই মোহন তাৰ পৰা গুচি আহিল। পিচদিনা পৰীক্ষাৰ ফৰ্মখন পূৰাই দিলে। পৰীক্ষাৰ বাবে মনটোক সাজু কৰিবলৈ চেষ্টা কৰিলে। ইয়াৰ পিচতে হয়তো উচ্চ শিক্ষাৰ আশা বাদ দিবগৈ লাগিব। মোহনৰ মনলৈ বহুতো চিন্তা আহিবলৈ ধৰিলে।

—বৰ বেয়া লাগিছে দিয়া। কি হৈছিল বাৰু?

—কি হৈছিল কোনেও ক'ব নোৱাৰে। কোনোৱে কয় এচিদ খাই আত্মহত্যা কৰিছে। কোনোৰ মতে জয়া বাইদেউক কোনো-বাইহে হত্যা কৰিলে।

—কি অনিষ্ট কৰিছিল নো?

—বাইদেউক মাষ্টৰনী হিচাপে যিমান মানুহে চিনি পায়, তাতোকৈ বেছি মানুহে আন এটা ৰূপতহে চিনে। মানুহৰ মানত জয়া বাইদেউ আদৰ্শচ্যুতা, ছলনাময়ী নাৰী।

—হ'লেও ইমান ডাঙৰ অন্যায় এটা কোনেও নকৰে বুলু! বাইদেৱে আত্মহত্যাই কৰিছে।

—বাইদেউৰ আত্মাটো পপীয়া-তৰা হবগৈ বোলে। পাপ শেষ হলে আকৌ কিজানি খহি পৰিব।

—মৰাৰ পিচত আত্মাৰ অস্তিত্ব কি থাকে, তাক কোনেও নাজানে। জয়া বাইদেউৰ আত্মাটো এতিয়া স্থূল, সূক্ষ্ম, কোনো ৰূপতে বাচি থকা নাই। অনন্তৰ বুকুত সি হেৰাই গ'লগৈ চাগৈ।

—মৰাৰ পিচত তেন্তে জীৱবোৰৰ আকৌ জনম নহয়?

—এই বিশাল প্ৰকৃতিখনেই জীৱপুঞ্জৰ আধাৰ-স্বৰূপ। ইয়াৰ আকাশ, বতাহ, মাটি, পানী সকলোতে কোটি কোটি জীৱন্ত কীটাণু আছে। সেইবোৰৰ সংযোগতে একো একোটা জীৱদেহৰ সৃষ্টি হয়। পুনৰ বিক্ষিপ্ত হৈ আগৰ দৰে বিলীন হৈ যায়গৈ। সেয়ে আমাৰ জন্ম আৰু মৃত্যু।

—হয় নেকি। মোহনৰ কথাখিনি ভাল দৰে নুবুজিলে যদিও বুজাৱ ভাও দেখুৱাই বুলু ভিতৰলৈ গ'লগৈ। মোহনৰ চকুত জয়া বাইদেউৰ ৰূপটো ভাঁহি উঠিল।

আন সকলোৱে ভবাৰ দৰে মোহনে কিন্তু জয়া বাইদেউক তেনেই বেয়া বুলি ভবা নাছিল। জয়া বাইদেউৰ গাত থকা ভাল গুণখিনি সমাজৰ চকুৰ আঁৰতেই থাকি গ'ল। জয়া বাইদেউ আত্ম-অভিমানী আছিল সঁচা, বংশমৰ্য্যাদাক লৈ গৌৰৱো কৰিছিল। এইবোৰতো পাপৰ কথা নহয়।

জয়া বাইদেৱে জীৱনটোক জীয়াই জীয়াই উপভোগ কৰিব বিচাৰিছিল। ইয়ো একো অন্যায় নহয়। পৃথিৱীৰ যেতিয়ালৈকে যৌৱন থাকিব, জীৱনৰ উত্তাপ থাকিব, তেতিয়ালৈকে পুৰুষে নাৰীক বিচাৰিব, নাৰীয়ে পুৰুষৰ সঙ্গ কামনা কৰিব। বয়সৰ বতাহে ছুলে, কাৰোবাৰ গাভৰু গা এটাক কামুৰি খাই পেলাবৰ মন যোৱা দস্তৰ পৃথিৱীৰ চিৰন্তন গতিটোৰ দৰেই সঁচা। জোৰ কৰি কোনোৱে তাক দমাই ৰাখে, আৰু কোনোৱে যেনিবা শাসন ঢিলাই দি কামনা চৰিতাৰ্থ কৰে।

এই ক্ষেত্ৰত নীতিৰ সীমাত আৱদ্ধ নাথাকি জয়া বাইদেউ অৱশ্যে অলপ বেছিকৈ আগবাঢ়ি গৈছিল। সেয়েই জয়া বাইদেউৰ অপৰাধ। মোহনৰ মনলৈ জয়া বাইদেউৰ সেই ছবিখন নামি আহিল। সেইদিনা তাৰ আগত ধৰা দিয়া অতৃপ্ত কামনাটোলৈ মনত পৰিল। তাত থকা হলে জয়া বাইদেৱে আন এটা বাটেৰে তাক ইমান দিনে বহুতখিনি আগবঢ়াই নিলেগৈহেঁতেন। তথাপিও এই খবৰটোৱে তাক যথেষ্ট পৰিমাণে ছুখীত কৰিলে।

বুলুৰ মনটোও সেইদিনা ভাগি পৰিছিল। বাৰে বাৰে জয়া বাইদেউৰ কথা মনত পৰিছিল। জয়া বাইদেউৰ মৰমবোৰ সুঁৱৰি চকুলো টুকিছিল। কাম-বনলৈ মন নোযোৱা হৈছিল। নিশা বুলুৱে সপোনত কেইবাবাৰো জয়া বাইদেউক দেখি ভয়ত শিহৰি



উঠিছিল। জীয়াই থাকোঁতে যাৰ কথা ভাবি আনন্দ লাগে, মৃত্যুৰ পিচত সেইজনৰ স্মৃতিয়ে মনলৈ ভয় আনে; অশৰীৰী আত্মাটোৰ ভয়ত আমি শিহৰি উঠোঁ। আচৰিত কথা।

ইতিমধ্যে মোহনৰ পৰীক্ষাৰ ৰিজাল্ট ওলাল। আৰু এখোপ মোহন ওপৰলৈ উঠিল। সফলতাৰ আনন্দত তাৰ মনপ্ৰাণ সকলো উৎফুল্লিত হৈ পৰিল। বুলুক খবৰটো দিবলৈ মোহন উকীলৰ ঘৰলৈ আহিল।

—হৰিচৰণ?

—বাবু!

—মাইজীকো বুলাও।

—মাইজী ঘৰমে নহী হ্যাঁ বাবু।

—কঁহা গিয়া?

—গোলাঘাট মে।

—কব আয়েগা?

—ক্যা মালুম বাবু, কব আয়েগা।

মোহনৰ মনটো যেন হঠাতে চেঁচা পৰি গল। সকলো উত্তম যেন ক'ৰবাত হেৰাই গ'লগৈ। বুলুৱে আজি কিমান আনন্দ পালেহেঁতেন। সি ভাবিলে। এই বহল পৃথিৱীখনত বুলুৱেই একমাত্ৰ ছোৱালী, যি মোহনৰ উন্নতি দেখিলে অতিশয় আনন্দিত হয়। বুলু নথকা হলে কোটি কোটি মানুহৰ মাজত থাকিও মোহনৰ খুব নিসঙ্গ যেন লাগিলহেঁতেন।

বুলুৱে তাৰ জীৱনৰ চঞ্চল গতিটোক সংযত কৰিলে; অঘৰী মনটোক স্থিৰ হবলৈ শিকালে। বুলুৰ দান কেতিয়াও পাহৰি যাব নোৱাৰি।

মোহন মেছলৈকে উলটি আহিল। মেছত তেতিয়া কোনো

নাছিল। তিনি কুঠলীয়া উদং ঘৰটো বৰকৈ ৰিঙা-ৰিঙা লাগিছিল। বিছনাখনত দীঘল দি মোহনে বুপুৰ কথা ভাবিলে।

এনেতে অনন্ত আহি ওলালহি। ভদ্ৰহঁতে এতিয়া চাগৈ চিনেমা-হলত কাষত নাইবা কোনোবা চাৰি আলিত বৈ পায়তাৰা কৰাত লাগিছে।

—কি অ' মোহন, পৰিয়েই থাকিবিনে?

— আৰু নো কি কৰিবি?

—বৰ নিৰস মানুহ তই। আজিৰ দিনটোতে এনেদৰে পৰি থাকিব লাগেনে? তোকহে দেখিছোঁ, এনেদৰে মনমাৰি থকা। কিয়? পৰীক্ষাত ভালদৰে পাছ কৰিও তোৰ ভাল লগা নাইনে?

—মোৰ নিচিনা মানুহে পৰীক্ষাত পাছ কৰাটো একো সুখবৰ নহয় অনন্ত। পাছ কৰিলোঁৰেই যেনিবা, কি কামত আহিব বাৰু?

—পাছ কৰিছ, এডমিশ্যন ল। পঢ় ভাল দৰে। উজ্জ্বল ভবিষ্যত এটা আহি আছে। হতাশ হবি কিয়?

—পঢ়াতো কিজানি বাদেই দিব লাগিব। ইমানবোৰ সমস্যাৰ মাজত পঢ়াৰ ধৈৰ্য্য মনলৈ আহিব নোৱাৰে অনন্ত!

—ৰ, ৰ, ইমান অধৈৰ্য্য হব নালাগে। বিড়ি এটা জ্বলাই অনন্ত আহি মোহনৰ কাষত থকা বিছনাখনত বহিলহি। অনন্তৰ ফালে মুখ ঘুৰাই মোহনে কবলৈ ধৰিলেঃ অথনি ভদ্ৰই কিমান কথা শুনালে, তইতো শুনিছই। মেছ ডিউজটো এই মাহত দিব নোৱাৰিলোঁ বুলিয়েই মেছটো ভাগি-যাবনে বাৰু? তাতেই ইমান গৰম কথা সি ক'ব নালাগিছিল। তেওঁকতো কৈছোঁৱেই, চাকৰি এটাৰ যোগাৰ হৈ গলে সকলো হিচাপ পৰিষ্কাৰ কৰি দিম। চন্দ্ৰই সিদিনাতো ঘৰৰ পৰা চাউল আনিছেই। তাৰেই চলাই থাকচোন মেছটো। বন্ধ কৰি দিব নালাগে। দোকানত জানো বাকী নিদিওঁ বুলি কৈছে। এইবোৰ চব ভদ্ৰৰ চালাকি বুজিছ।

—মেছ মেনেজাৰটো হলেই তাৰ ফুটনি বাঢ়ে। তাৰ কিন্তু



দস্তুৰটো ভাল নহয় দেই। তহঁতে অলপ লক্ষ্য ৰাখিবি। তাৰ হিচাপ গণ্ডগোল আছে। সিমাহত চন্দ্ৰৰ পাঁচ টকা মাৰি থৈছে। আকৌ কি কৰে কোনে জানে।

—হয় দে, নহলে মেছ ডিউজ ইমানকৈ বাঢ়িব নোৱাৰে।

—ঠিক আছে। চাকৰিৰ কি হৈছেগৈ মোহন?

—আশা ক্ষীণ। পঞ্চাশটামান টকা দিব পৰা হলে, কিজানি পাই গলোঁহেঁতেন। কিন্তু দিবি ক'ৰ পৰা! থকা-খোৱাৰ ব্যৱস্থাকে কৰিব নোৱাৰা হৈছোঁ।

— এটা কাম কৰ, টকা পঞ্চাশটা দি দে।

—ক'ৰ পৰা দিওঁ।

—মই দিম।

—তইনো টকা ক'ত পালি? ঘৰৰ পৰা টকা আহিছে নেকি?

—নাই। মই আজি কাম এটা কৰিলোঁ। ঘড়ীটোকে বেচি পেলালোঁ।

—সঁচা?

—ওঁ। এয়া চা। অনন্তই সুদা হাতখন মোহনক দেখুৱালে। নহলে কি কৰিবি? মেছত দিবলৈতো পইচা নায়েই। তদুপৰি ধোবাক দিব লাগে আঢ়ৈ টকা, চেলুনত এটকা চৈধ্য অনা, মুচিটোক বাৰ অনা। সৰকাৰৰ দোকানৰ বাকী খিনিতো আছেই। আজি দুদিন বিড়ি কিনা নাই। চন্দ্ৰৰ পৰা দহ পইচা ধাৰে লৈ ৰাতিপুৱা বিড়ি খাইছোঁ। এইদৰে কেনেকৈ চলিবি? পকেট খৰচ বুলিওতো কেইটামান পইচা লাগে। এইবোৰ কথা পিতাইহঁতে নুবুজে নহয়। গতিকে ঘড়ীটোকে বেচি দিলোঁ।

—ধেৎ। তই এটা মস্ত গাধা। ঘড়ীটো বেচিলি কিয় বাৰু?

—গাধা নহয় অ', চালাক। কি চালাকী কৰিছোঁ জান, আজি কালি মৰাপাট ওলোৱাৰ দিন হৈছে নহয়। এনেয়ে টকা খুজিলে কমাই দিব। মই এতিয়া পিতাইলৈ চিঠি লিখিম—মেছত চুৰি হৈ

মোৰ কাপোৰ-কানি, ঘড়ী আদি সমস্ত বস্তু লৈ গ'ল। সোনকালে তিনিশমান টকা নপঠিয়ালে চলিবই নোৱাৰোঁ। হোঁ। তাৰ পিচত দেখিবি, টকা আহি গ'ল। নতুনকৈ ঘড়ী এটা লব পাৰিম। নিশ্চিন্ত ভাবে কিছুদিন চলি যাব আকৌ। ছুয়ো ফালে বেনিফিট জান। হেৰৌ, বান্দৰৰ মুখৰ কল ভুকুৱালেহে সৰে।

—টকা পঞ্চাশটা কালিলৈ তই লৈ যাবি। যদি ছিয়ৰ বুলি ভাব তেন্তে দি দিবি।

এনেতে বাহিৰত চন্দ্ৰহঁতৰ মাত শুনি অনন্তই ফুচ্‌ফুচাই মোহনক কলে—কথাটো ইহঁতক নকবি দেই।

মোহনে অনন্তৰ বুদ্ধিটোৰ কথা ভাবিলে। ইহঁতে জগতৰ বাহিৰখনহে দেখিছে। ভিতৰৰ ফালটোলৈ চাব পৰা হোৱাগৈ নাই! ইহঁত আচলতে সুখী। জীৱনটো ফুলৰ পাহিত শুই, গানৰ মাজত উপভোগ কৰাতে ইহঁত ব্যস্ত।

কিছুমান দিনৰ পিচত।

সন্ধ্যাৰ ভাবৰ পৰিবৰ্তন এটা মোহনৰ চকুত পৰিছে। সন্ধ্যা আজি কালি মোহনৰ কাষ চপা হৈছে। তাৰ লগত বহুত সময় কথা পতাৰ পিচতো কিবা এটা কবলৈ উচপিচাই থাকি আকৌ এবাৰ লগ পোৱাৰ আশা মনত লৈ প্ৰত্যেকবাৰেই সন্ধ্যা আঁতৰি গৈছিল গৈ। যেন কিবা এটা কবলৈ মানসিক প্ৰস্তুতিহে কৰিছে।

দীপ্তিয়ে কোৱামতে দীপক গাঁৱলৈ গ'ল গৈ। বিয়াও পাতিলে বোলে। গতিকে সন্ধ্যাই দীপকদাৰ কথা ভাবিবলৈ এৰি পেলাইছে। আকাশী বিহঙ্গী মাটিৰ পৃথিবীলৈ তেন্তে নামি আহিছে!

—তোমাৰ মাষ্টৰ ইয়াত নাই নেকি সন্ধ্যা?

—তেওঁক ইয়ালৈ আহিবলৈ বন্ধ কৰি দিছোঁ। বেয়া চৰিত্ৰৰ লৰা। সুবিধা পালেই বহুতখিনি আগবাঢ়ি যায়।

—বিয়ালৈ গৈছিলা নে নাই?



—কি প্ৰয়োজন সেইচবৰ বিয়ালৈ যোৱাৰ। তেওঁক টিউচন মাষ্টৰ নালাগে বুলি দেউতাক আগতেই কৈছিলোঁ। অন্ধই জানো অন্ধক চকু দিব পাৰে? দেউতাহঁতে নামানিলে বাবেহে পঢ়িছিলোঁ।

—লৰাটো কিন্তু বেছ ধুনীয়া।

—ধুনীয়া হলেই নহয়, বিচাৰ-বুদ্ধিও থাকিব লাগে।

—কথা বতৰাত একদম মডাৰ্ন।

—মনটো কিন্তু বহুত পিচপৰা।

—কেনেকৈ জানিলা?

—তেওঁৰ আচৰণৰ পৰা।

—প্ৰতিশ্ৰুতি দিছিল নেকি?

—কিহৰ প্ৰতিশ্ৰুতি?

—বিয়াৰ।

—ইমান সাহ নাই, জানে।

—সেইখিনি কৰিবলৈ সাহসৰ প্ৰয়োজন নহয়। মাত্ৰ বুদ্ধিৰ দৰকাৰ। তোমালোকৰ দৰে মডাৰ্ন গাভৰু কিছুমানৰ মূৰৰ বেছিভাগ ঠাই অধিকাৰ কৰি থাকে অভিনয়ৰ চমৎকাৰ কৌশলে। তাক আয়ত্ত কৰি দুই চাৰিটা নায়কসুলভ ইঙ্গিত দিলেই তোমালোক হৈ পৰা দুৰ্বল। বয়সস্থ তিৰোতাবোৰৰ দৰে আঁতৰি যায়গৈ তেতিয়া তোমালোকৰ অৱস্থা পুতৌ লগাকৈ শোচনীয় হৈ পৰে। পুনৰ তোমালোকৰ অভিযান চলে অলপ উন্নত ধৰণে।

—সকলো ছোৱালীকে একে বুলি ভাবিছেনেকি?

—প্ৰায়বিলাক ছোৱালীয়েই এইদৰে কৈ নিজৰ দোষ ঢাকিবলৈ চেষ্টা কৰে। ফাকি দিবলৈ তোমালোকে তেতিয়াৰ পৰাই আৰম্ভ কৰা, যেতিয়া প্ৰেমৰ বাটত প্ৰথম পিছল খোৱা। এমখা ডেকা লৰাৰ লগত খেলা কৰাৰ পিচতো বহুত ছোৱালী তোমালোকৰ মতেৰে শুচি হৈয়ে থাকে।

—ইস্! আপুনি বৰ বৰ কথা কয়। ছোৱালীবিলাকৰ কথা ছোৱালীয়েহে বুজে। আপোনালোকে কি জানে?

—সন্ধ্যাই সংযতভাবে নিজক লুকুৱাই ৰাখিবলৈ চেষ্টা কৰি শেষত ক্ষুণ্ণ হৈ গ'লগৈ। মোহনে সন্ধ্যাৰ মানসিক নিৰ্জনতা এটাইলৈ গোপনে লক্ষ্য ৰাখিলে।

আকৌ কলেজ আৰম্ভ হ'ল।

চাকৰি বিচাৰি মোহনে বহুতো চেষ্টা চলালে। অনন্তৰ পৰা টকা পঞ্চাশটা··লৈ কাননগোৰ হাতত জমা দিলে। তেওঁ কাৰোবাক ভেটী দি শেষত চাকৰি এটাৰ ব্যৱস্থা কৰিলে। মোহনৰ জীৱনলৈ এটা সুযোগ আহিল। মেছ ডিউজ, ঘৰ ভাড়া, কলেজ ডিউজ আদি দিব পৰাকৈ মাহে অন্ততঃ কিছু টকা সি পাব। কিছুমান সমস্যা সমাধান হৈ যাব। টেক্সি ড্ৰাইভাৰ হিচাপে আৰম্ভ হোৱা জীৱনটোৰ এয়া এটা নতুন অধ্যায় আৰম্ভ হৈছে। জীৱনৰ আদিম কল্পনা কিছুমানে তেন্তে বাস্তৱত ৰূপ লবগৈ?

—শইকীয়া!

—কি?

—হ'লগৈনে? কিমান পালে?

—টকা?

—ওঁ।

—অন্য কথা এটাত হে লগ পাবলৈ আহিছিল।

—তথাপিও।

—একদম নাই।

—হাজৰিকাই কি কৰিলে জানে? কালি যে আহিছিল মানুহজন, তেখেতৰ পৰা পঞ্চাশ টকা লৈহে আজি কাম কৰি দিছে।

—অবাবত টকা লোৱা ভাল নহয় লস্কৰ!



—আপুনি নতুন মানুহ। কিছুদিন থাকিলেহে এইবোৰ বুজিব। বাহিৰাকৈ নাপালে দৰমহাৰ টকা কেইটাৰে কি কৰিবগৈ? কাম কৰি দিব পাৰিলে আপোনাক জোৰ কৰিয়েই দি যাব নহয়!

—মোহনে একো নামাতিলে। হাজৰিকাৰ ব্যৱসায়টো মোহনৰো চকুত পৰিছে। কাৰবাৰ কাম কৰি দিয়ে, পুৰস্কাৰ স্বৰূপে নগদ টকা লয়। কোনোবাই টকা দিবলৈ মন নকৰে, কাম পেণ্ডিং হৈ পৰি থাকে। লস্কৰেও মাজে সময়ে দুই এটা সুবিধা আদায় কৰে। জামানে চাহ তামোলৰে পৰা আঠ অনালৈকে নেৰে।

পোনতে কিছুমান দিন অফিচত থাকি মোহনৰ ভাল লগা নাছিল। পিচত লাহে লাহে সহজ হৈ আহিবলৈ ধৰিলে। দিনৰ দিনটো অফিচৰ ফাইল ঘুকুটি ৰাতি ৰাতি কলেজলৈ যায়। পুৱাতে কাননগোৰ ঘৰত টিউচন কৰেগৈ। বৰুৱা প্ৰফেছাৰৰ ঘৰৰ টিউচনটো এৰি দিলে। নহলে সময়ে নাটেগৈ।

মোহন আহিলে আজিকালি সন্ধ্যাৰ ব্যস্ততা বাঢ়ে।

দীপ্তিহঁতৰ লগতে সন্ধ্যাও কেতিয়াবা মোহনৰ ওচৰত পঢ়িবলৈ আহে। অদৰকাৰী কথা কিছুমান উলিয়াই দীপ্তিহঁতৰ পঢ়াৰ সময় নষ্ট কৰে। মোহনৰ কেতিয়াবা বেয়া লাগে।

দীপ্তিহঁতৰ আগতেই সন্ধ্যাই কেতিয়াবা তাৰ চকীত হেলন দিয়েহি। পিচফালে থিয়হৈ তাৰ গাৰ ওপৰেদি হাত মেলি সন্মুখৰ টেবুলৰ পৰা কিতাপখন নিওঁতে তাইৰ বুকুৱে সেইদিনা মোহনৰ গাত বেয়াকৈ হেঁচা দিছিল। দীপ্তিয়ে বায়েকলৈ চাই হাঁহিছিল। মোহনৰ কিন্তু বিৰক্তি লাগি গৈছিল। নোট লিখোঁতে শাৰীখন সেইদৰে পিছলি পৰি বুকুৰ আগ মঙহ উদং হৈ যোৱাটো তাই জানো গম পোৱা নাছিল? লজ্জাজনক ঠাইবোৰ লুকুৱাই ৰাখিব নজনা ছোৱালীবোৰলৈ তাৰ খং উঠে। গাভৰু হলেই, বেছি দামৰ

কাপোৰ ললেই নহয়, পৰিপাটিকৈ পিন্ধিবলৈকো শিকিব লাগে। সন্ধ্যাই কাপোৰ পিন্ধিব নাজানে বুলিও সি নাভাবে। অসংযতভাবে লিখি থাকোঁতে মাক অহাৰ গম পালেই আঁচলটো তাই বুকুলৈ তুলি লয়। এইবোৰ কিহৰ লক্ষণ মোহনে বুজিব পাৰে। তথাপিও প্ৰতিবাদ নকৰি নীৰৱে সহ্য কৰি যাবলৈ চেষ্টা কৰে।

—কি, জান মীনা, আচলতে জয়ন্তয়ো তোক ভাল নাপায়।

—কেনেকৈ জানিলি? তেওঁ যে সদায় মোক ভাল পাওঁ বুলি কৈ থাকে। বিছনাত বহি গাৰুটোত হেলন দি মীনাই কলে।

—যিবিলাক ল'ৰাই ছোৱালীৰ মৰম বিচাৰি "মই তোমাক ভাল পাওঁ" "খুব ভাল লাগে" বুলি পেন্‌পেনাই থাকে সেইবিলাকে আচলতে কোনো ছোৱালীকে ভাল পাব নোৱাৰে। সিহঁতে তোৰ, মোৰ গাভৰু গাটোক অৱশ্যে ভাল পায়। ঠিক ভাল পোৱা নহয়, সিহঁত আকৰ্ষিত হয়। আহত হোৱাৰ যন্ত্ৰণাত কিছুমান বলিয়ালি কৰি দেখুৱায়। তাকেই ভাল পোৱা বুলি ধৰি নলবিচোন।

সন্ধ্যাই ভৰি দুখন ছোফাখনৰ ওপৰলৈ তুলি ললে। মীনাই একো নামাতি সন্ধ্যাৰ মুখলৈ চালে। নতুনকৈ প্ৰেমত পৰাৰ প্ৰত্যয় তাইৰ চকুৱে-মুখে বিৰিঙি ওলাল।

—আৰু কি জান, মীনাৰ ঔৎসুক্য বঢ়াবলৈ চেষ্টা কৰি সন্ধ্যাই আৰম্ভ কৰিলে: ল'ৰাবোৰক ভাল পোৱাৰ অভিনয় কৰি তামাছা চাবলৈ ভাল। কতক বুৰ্বক বনাই দিলোঁ। কাৰবালৈ চাই অকণমান হাঁহিলেই সিহঁতে ভাল পোৱা বুলি ধৰি লয়। বেছ অজলা বেচেৰাহঁত। আমি কিন্তু প্ৰয়োজনৰ খাতিৰতহে ভাল পাওঁ, নহয় জানো? পৃথিবীত ডান্টে বিয়েট্ৰিছনো কেই জোৰা ওলাব?

—ওঁ। তোৰ দেখিছোঁ প্ৰেমৰ ছাইক'লজী পুৰঠ হৈ গৈছে। তোৰ শিল্পীৰ খবৰ কি সন্ধ্যা? একোকে নকলিচোন।



—শিল্পীৰ পৃথিবীখনত অজন্তাৰ গুহাত আঁকা শিলৰ মূৰ্তিবোৰৰ দৰে কিমাননো সোমাই থাকিবি আৰু?

—ভবিষ্যত আছে কিন্তু দেই।

—বৰকৈ শলাগিছ দেখোন মীনা, কিবা ভাবচাব হৈছে নেকি?

—কাৰবাৰ হাৰ্টত লাগি যায় বুলিহে।

—সেইখন হাৰ্ট সোলোকাই থৈছোঁ, ভয় নাই।

এনেতে সন্ধ্যাৰ মাক আহিলত মীনাহঁত অলপ সংযত হ'ল।

—যাবিনেকি অলপ? সন্ধ্যালৈ চাই মীনাই সুধিলে।

—যাওঁ বৰি। মহেশ খুৰাহঁতৰ ঘৰৰ পৰাই এপাক আহোঁগৈ। সন্ধাই ভিতৰৰ পৰা শাড়ী এখন আনি গাত মেৰিয়ালে। মীনাই একান্ত ভাবে সন্ধ্যালৈ চাই ভাবিলে—কিমান দাম চাগৈ এইখনৰ।

—কি চাইছ? সন্ধ্যাই মীনাৰ গালত চিকুট মাৰি দিলে।

—তোৰ গাটো।

—খাবৰ মন গৈছে নেকি?

—ওঁ। মীনাই মিচিকিয়াই হাঁহিলে।

—বুকুখন তুলি বান্ধিলেহে ল'ৰাবোৰে ভাল পায় ভাই! সন্ধ্যাই কলে।

—ল'ৰাবোৰৰ ৰুচি মতেহে চলিব লাগিব নেকি?

—অঁতো। নহলে ইমানবোৰ মেক্‌আপৰ কি প্ৰয়োজন নো? সন্ধ্যাই জোৰ কৰি হাঁহি দিলে। মীনায়ো হাঁহি পেলালে।

—শিল্পীক পতাবকে পৰা নাই মীনা। আলিবাটত উঠি মীনাৰ কাণে কাণে সন্ধ্যাই কলে।

—ক'ৰবাত আছেনেকি আকৌ?

—জানো ভাই। বৰ ৰিজাৰ্ভ হৈ থাকে দেখোন।

—চেষ্টা কৰি চাচোন।

মহেশ উকীলৰ বাট পাই মীনাই বিদায় ললে। সন্ধ্যা উকীলৰ ঘৰলৈ সোমাই গ'ল।

অলপ পিচতে মোহনো উকীলৰ ঘৰলৈ আহিল। পৰ্টিক'তে বহি বুলুৰ লগত কথা পাতিলে। ওলাই আহোঁতে খিড়িকীৰ ফাঁকেদি সন্ধ্যাই মোহনক দেখিলে। মোহন তালৈ কিয় গৈছিল সন্ধ্যাই বুজিব নোৱাৰিলে। উকীলৰ ঘৈণীয়েকৰ পৰা মোহন আৰু বুলুৰ বিষয়ে কিছুমান কথা শুনি খণ্ডত সন্ধ্যাৰ মুখৰ বৰণ সলনি হৈ গ'ল। বুলুৰ ফালে সৰ্বগ্ৰাসী চাৱনিৰে এবাৰ চাই সন্ধ্যা উকীলৰ ঘৰৰ পৰা ওলাই আহিল। দুদিনমান মোহন টিউচনলৈ নহাত সন্ধ্যাৰ খঙৰ মাত্ৰা চৰি গ'ল। বুলুৰ লগত মোহনৰ কোনো সম্বন্ধকে সন্ধ্যাই সহ্য কৰিব নোৱাৰে। সাধাৰণ চাকৰণী ছোৱালী এজনীয়ে ভদ্ৰ ঘৰৰ সন্তানৰ লগত প্ৰতিযোগিতা কৰিবলৈ সাহস কৰিলে কেনেকৈ? তাকেই এইকেইদিন সন্ধ্যাই ভাবিলে।

— ক'ৰ পৰা আহিল?

—মেছৰ পৰা।

—প্ৰোগ্ৰাম আছে নেকি ক'ৰবাত?

—মানে?

—সাজি-কাছি আহিছে দেখিহে সুধিছোঁ।

—সাজি-কাছি আহিলেই প্ৰোগ্ৰাম থাকেনেকি?

—তেনেদৰেই ল'ৰাবোৰে অভিনয় কৰে তো!

—অভিনেত্ৰী থাকিলে অভিনয় কৰিবৰ মন যাবই।

—কিন্তু মাত্ৰা থকাৰ দৰকাৰ। য'তে ত'তে অভিনয় কৰি ফুৰা বেয়া কথা।

— কল্পিত মাত্ৰাৰ সীমাটো সদায় মানি চলিব নোৱাৰি যে?

— আনক প্ৰৱঞ্চনা কৰা অন্যায়, হয়নে বাৰু?

—নিশ্চয়। কিন্তু কাকো দেখোন প্ৰবঞ্চনা কৰিবলৈ যোৱা নাই।



সন্ধ্যাই কথাৰ সোঁতটো ঘূৰালে। আওঁপকীয়া গতি এৰি আচলত ধৰিব বিচাৰিলে।

—মহেশ উকীলৰ ঘৰলৈ আপুনি কিয় যায় বাৰু?

—ইয়ালৈনো কিয় আহো?

—প্ৰয়োজন আছে বাবে।

—তাতো সেই প্ৰয়োজন থাকে বাবেহে যাওঁ।

—বুলুক বিচাৰি যোৱাই প্ৰয়োজন, নহয়?

—এৰা, সেয়ে।

—তাই এজনী চাকৰণী ছোৱালী। জাতি, কুল, বংশ-মৰ্য্যাদা একো নথকা ছোৱালী এজনীৰ লগত আপোনাৰ কিহৰ সম্বন্ধ?

—তাইক মই ভাল পাওঁ।

—কি? ভাল পায়? সন্ধ্যা খণ্ডত ৰঙা পৰি গ'ল।

—সঁচা সন্ধ্যা, তাইক মই ভাল পাওঁ। মোৰ জীৱনত তাইৰ বহুতখিনি ত্যাগ আছে।

—ছিঃ, বেয়া নাগাগে আপোনাৰ? আপোনাৰ শিক্ষা সভ্যতাৰ কি একো মূল্য নাই?

—শিক্ষা সভ্যতাৰেই জীৱনৰ মূল্য উলিয়াব নোৱাৰি সন্ধ্যা। বুলুৱে মোৰ বাবে বহুত ত্যাগ কৰিছে। সেইখিনি ত্যাগ তোমালোকে কেতিয়াও কৰিব নোৱাৰিবা। চাকৰণীৰ দেহত তাই পবিত্ৰ অন্তৰ এখন লুকুৱাই ৰাখিছে। তাই মোক বহুত উপকাৰ কৰিছে।

—কিন্তু চাকৰি দিছিল আমাৰ দেউতাইহে!

—তাৰ বাবে চিৰকাল কৃতজ্ঞ থাকিম। তথাপিও বুলুৰ প্ৰতি অবিচাৰ কৰিব নোৱাৰিম।

—নিজৰ পজিশ্যনটোলৈও চাব লাগে।

—আজি পজিশ্যনৰ কথা চিন্তা কৰিলে নহব সন্ধ্যা। যেতিয়া এটুকুৰা ৰুটিৰ বাবে দুৱাৰে দুৱাৰে ঘুৰি ফুৰিছিলোঁ, মটৰ ধুই, গাড়ী চলাই পেটৰ ভাত মোকোলাইছিলোঁ, সেই দুৰ্দিনত সহায় কৰিছিল

বুলুৱে। মদাহী জীৱন এটাক পোহৰৰ বাটলৈ টানি আনিছিল বুলুৱে। তেনে এজনী ছোৱালীক অনাদৰ কৰাটো অমানৱীয় কথা বুলি মই ভাবোঁ।

—থওক, আপোনাৰ মানৱতাৰ কথাবোৰ। খাবলৈ নোপোৱা ভিক্ষাৰীবোৰৰ মুখতহে মানৱতাৰ কথা ওলায়। বুলুক ভাল নাপালেই আপুনি পশু হৈ যাবনেকি ?

—তথাপিও যে অনাদৰ কৰিব নোৱাৰিম।

—কি কৰিব, বিয়া কৰাব তেন্তে ?

—তাইক মই বিয়া দিবহে বিচাৰোঁ।

—বাঃ, আনৰ গাভৰু ছোৱালী এজনীৰ গাৰ্জেন হবলৈ যোৱা বিড়াল তপস্বী ওলাইছে !

—তেনেকৈ নকবা সন্ধ্যা ! তাইৰ দায়িত্ব মই স্বেচ্ছাই গ্ৰহণ কৰিছোঁ। পাপ ভাৱনাক তাত তুমি ঠাই দিব নোৱাৰিবা। বুলুক মই ভনীৰ দৰে ভাল পাওঁ। নিজৰ দৰে মৰম কৰোঁ।

—মিছা কথা, আপুনি তাইৰ লগত সম্পৰ্ক ছেদ কৰিব লাগিব। মহেশ খুৰাহঁতৰ ঘৰলৈ যোৱা বন্ধ কৰি দিব লাগিব।

—অবুজ নহবা। তেনে কৰিলে যে তাই আঘাত পাই যাব।

—তাকে নকৰিলে যে সেই আঘাত মই পাব লাগিব। সেই বাট আপুনি এৰি দিয়ক। নহলে বিপদ হব কিন্তু।

—বিপদৰ ডাৱৰ তো সদায়েই আছে।

বিষণ্ণ মনেৰে মোহন সন্ধ্যাহঁতৰ ঘৰৰ পৰা ওলাই আহিল। সন্ধ্যাই তাৰ আত্মসন্মানতো তেন্তে হাত দিব বিচাৰিছে ? সি ভাবিবলৈ ধৰিলে।

সেইদিনা শুবলৈ গৈ অনন্তই মোহনৰ আগত ছোৱালী এজনীৰ কথা কলে। মধু তৰণীৰ জীয়েক ৰূপাৰ কথা উলিয়ালে। মোহনৰ মনলৈ বহুত দিনৰ আগৰ স্মৃতি এটা আহিল। ৰূপা নামৰ ছোৱালী-



জনীক এবাৰ চাবৰ মন গ'ল। মোহনক এদিন ছোৱালীজনী দেখুৱাবলৈ গাত লৈ অনন্ত শুই থাকিলগৈ। গোটেই ৰাতিটো মোহনৰ ভাল টোপনি নহ'ল।

ৰাতি পুৱাল।

—আজি কি দেখিছিলোঁ জান অনন্ত ? বিছনাত বহি মোহনে আৰম্ভ কৰিলে। দেখিছিলোঁ—ডিবুৰুত ভয়ঙ্কৰ বান আহিছে। ঢোৱে ঢোৱে খলকনি তুলি নদীখনৰ বুকু ওফন্দি উঠিছে। পাৰাপাৰ নমনা সৰ্ব্বনাশী বানে আমাৰ গাওঁখন উটুৱাই নিছে ; চাওঁতে চাওঁতে গছ-গছনি, জীৱজন্তুৱে নদীৰ বুকু উপচি পৰিছে। ভাইটি-ভনীটি দুটাক বুকুত লৈ ঢৌবোৰে নাচিব ধৰিছে। ৰক্ষা কৰা ৰক্ষা কৰা বুলি বাতুলৰ দৰে দেউতাই নদীৰ বুকুলৈ জঁপিয়াই দিছে। পাৰত বৈ মাজনীয়ে চিঞৰ লৈছে। চাৰিওফালে প্ৰলয়, সংহাৰ, মৃত্যুৰ বীভৎস লীলা আৰম্ভ হৈ গৈছে। তাৰ পিচত, তাৰ পিচত দেখিলোঁ, নদীৰ পানীবোৰ তেজৰ দৰে ৰঙা হৈ পৰিছে। খন্তেকৰ পিচতে আকৌ তেজৰঙা নদীৰ পানী শুকাই বলুকাবোৰ ওলাই পৰিল। মৰাশৰ দ'ম দেখি শগুণ জাকে বিতৃষ্ণাৰে চকু আঁতৰাই নিলে। প্ৰেতাত্মাবোৰৰ চিঞৰত চাৰিওফালে কোঢ়াল লাগি পৰিল। তাৰ পিচত সাৰ পাই গলোঁ। এনে অমঙ্গলীয়া সপোনো বাৰু মানুহে দেখেনে ?

—একো অমঙ্গল নহয় মোহন !

—ই এটা দুঃস্বপ্ন অনন্ত ! মোৰ জীৱনৰ লগত ইয়াৰ সম্পৰ্ক আছে। অতীতক পাহৰি যাবলৈ চেষ্টা কৰিছিলোঁ। কিন্তু নোৱাৰিলোঁ। কিমান কৰুণ, কিমান দুখ লগা অতীতৰ সেই কথাবোৰ ! আমাৰ ঘৰো আছিল ডিবুৰুতে। মা, দেউতা, ৰূপা, সৰু ভাইটি, ভনীটি দুটাৰে ছটা প্ৰাণীৰ সুখৰ পৰিয়াল। ধন-ধান, মাটি-বাৰীৰে চহকী এখন সংসাৰ। মই কিন্তু শান্তিৰ বুকুত বিহ ঢালি দিলোঁ। পোন্ধৰ বছৰমান বয়সতে সামান্য কথাত লাগি ঘৰৰ পৰা

পলাই আহিলোঁ। দুবছৰমান অজ্ঞাতে থাকিলোঁ। অঘৰী মানুহৰ দৰে বনাই ফুৰিলোঁ। ঘৰলৈ উলটি যোৱাৰ কথা পাহৰি গলোঁ। তাৰ পিচত ডিবুৰুলৈ প্ৰলয় আহিল। বানৰ বুকুত ঘৰ-বাৰী, সা-সম্পতি সকলোবোৰ উটি গ'ল। বাতৰি কাকতত ডিবুৰুৰ কথা ওলোৱা শুনি ঘৰলৈ যাবলৈ বৰকৈ ইচ্ছা হল। লাহে লাহে পানী শুকাল। ঘৰ বিচাৰি ডিবুৰু পালোঁগৈ। দেখিলোঁ—গাৱঁৰ চিন-চাবেই তাত নাই। আমাৰ গাৱঁৰ মাজেদিয়েই ভৰা সুঁতি বৰলৈ লৈছে। গাৱঁৰ মানুহ ক'ৰবাত পাওঁ বুলি কেইবাদিনো অনাই বনাই ফুৰিলোঁ। চৌকীডিঙিত এদিন মধুৰাম গগৈক লগ পালোঁ। তেওঁৰ মুখৰ পৰা যি শুনিলোঁ সি যে আৰু ভয়ানক ভাই। তেওঁ কলে —লুইতৰ বুকুত হেনো আমাৰ গোটেই পৰিয়ালটোৱেই জাহ গ'ল। তেওঁলোকৰো সকলোবাৰ বানে ধুই নিলে। খবৰটো শুনি মই কান্দিবলৈ পাহৰি পেলালোঁ। নদীৰ বুকুত জপিয়াই পৰি মাহঁতক বিচাৰি যাবৰ ইচ্ছা হৈছিল, কিন্তু নোৱাৰিলোঁ। চিৰদিনৰ কাৰণে ডিবুৰু এৰি থৈ গুচি আহিলোঁ। আজিও বাৰিষা নদীৰ ঢল দেখিলে ডিবুৰুৰ স্মৃতি আহে; ৰূপা নামৰ মৰমৰ ভনীজনীলৈ মনত পৰে। তায়ো ঠিক মধু তৰণীৰ জীয়েকৰ বয়সৰে হব।

—ইস্ বৰ দুখৰ কথা মোহন। তইতো কেতিয়াও এইবোৰ কথা কোৱা নাছিলি?

—আজি ইমান দিনে এইবোৰ কথা কাকো নোকোৱাকৈ লুকুৱাই ৰাখিছিলোঁ। আজি কিন্তু চিঞৰি চিঞৰি কৈ ফুৰিবৰ মন গৈছে। যি ভুল কৰিলোঁ তাৰ শুধৰণী হয়তো নহবগৈ। তুঁহ-জুইৰ দৰে অন্তৰ্দাহী পোৰণি এটা সদায় অনুভৱ কৰিছোঁ। কিন্তু দুমুওৱাৰ শক্তি হোৱা নাই।

অনন্তই কিছু সময় মোহনৰ ফালে চাই থাকি গাৰ কাপোৰখন আঁতৰাই বিছনাৰ পৰা উঠিবলৈ দিহা কৰিলে। মোহনৰ চকুৰ কোণ দুটা সেমেকি গল। চন্দ্ৰই কাপোৰৰ উমতে চিনেমাৰ গীত এফাঁকি



গালে। ভদ্ৰই মুখ হাত ধুই বহী এখনত খচ্‌খচ্‌কৈ কিবা এটা লিখিলে।

ৰবিবাৰৰ দিনটো কেতিয়াবা নাযায় নুপুৱায় যেন লাগে।

কামবন একো নাথাকিলে বহি, শুই, কামত নহা কথাৰ গাজা মাৰি আমনি লাগি যায়। সেইদিনা ভদ্ৰহঁত মেটিনী চাবলৈ গ'লত মোহনো মহেশ উকীলৰ ঘৰলৈ ওলাই আহিল।

—আজিচোন সোনকালেই আহিল মোহনদা?

—বহি থাকি ভাল নালাগি ওলায়েই আহিলোঁ।

—বহক। বেগতে চাহ একাপ কৰি আনো।

বুলু গ'লগৈ। মোহন কিছু সময় অকলেই বহি থাকিল। বুলুৰ বিষয়ে অলপ ভাবিলে। বয়সৰ এনে এটা অৱস্থাত আনৰ ঘৰত কিয় থাকিব লগা হৈছে তাক মোহনে চিন্তা কৰিলে। তাইৰ মাক-বাপেক কোন কোন আছে, ঘৰ ক'ত, কিয় সকুৰে পৰা এইদৰে লোকৰ ঘৰে ঘৰে বান্দী হৈ ফুৰিছে, তাক সঠিককৈ মোহনে আজিও নাজানিলে। তাইৰ লগত পৰিচয় হোৱাৰ কালৰে পৰা আজিলৈকে তাইৰ কোনো আত্মীয় মানুহ অহা সি দেখা নাই। এইক্ষেত্ৰত তাই বহুত কথা মোহনে নজনাকৈ গোপন কৰিয়েই ৰাখিছে। সুধিলেও তাই আমনি পায়। ইমানখিনি বুজাবুজিৰ পিচতো নিজক সেইদৰে লুকুৱাই ৰাখিবলৈ বুলুৱে যিদৰে চেষ্টা কৰিছে, মোহনেও সেইদৰেই চেষ্টা কৰি আহিছে।

বৰ্তমানৰ পৰা অতীতলৈ আঁতৰি যোৱাৰ ইচ্ছা সিহঁত দুয়োটাৰে কিয় একেদৰেই নোহোৱা হৈ গ'ল মোহনেও বুজিব নোৱাৰিলে। ভাবি থাকোঁতেই বুলুৱে চাহ একাপ মোহনৰ আগত থলেহি।

—লোকৰ ঘৰ এখনত এইদৰে কিমান দিন থাকিবা বুলু?

—যেতিয়ালৈকে দুখৰ ওৰ নপৰে।

—নিজৰ ঘৰলৈকেনো গুচি নোবোৱাগৈ কিয়?

—আপোনালোকৰ ঘৰলৈকে যামগৈ মোহনদা! বান্দী এজনী আপোনালোককো জানো নালাগিব ?

কথাষাৰ শুনি মোহনৰ বুদ্ধি হেৰাই গ'ল। অন্তৰত আঘাত লগা যেন লাগিল।

—নিজক এইদৰে কিমান দিন লুকুৱাই ৰাখিবা বুলু ?

—মানে ?

—মানে, তোমাৰ মা-দেউতা, ঘৰ-বাৰীৰ কথা মই জানিলে কি ক্ষতি হব বাৰু ?

—সেইবোৰ অদৰকাৰী কথা জানিও একো লাভ নাই মোহনদা। আপোনাৰ বংশ-পৰিয়াল, ঘৰ-সংসাৰৰ কথা নজনাকৈয়ে আপোনাক যিমানখিনি জানিছোঁ, আপুনিও মোৰ বিষয়ে সিমানখিনি জানিলেই যথেষ্ট।

—তথাপিও ?

—বাৰে বাৰে সুধি থাকিলে মই বেয়া পাওঁ মোহনদা। অনুৰোধ কৰিছোঁ—আজিৰ পৰা সেইবোৰ কথা নুসুধিব দেই। কেতিয়াবা মন গলে আটাইবোৰ কৈ দিম। এতিয়া কিন্তু নহয়। উদং কাপপ্লেট-যোৰ লৈ বুলু ভিতৰ সোমাল। বুলুৰ বিষয়ে জনাৰ ইচ্ছাটো মোহনৰ চেঁচা পৰি গ'ল। অলপ সময় বুলুৰ লগত কথাপাতি মোহন আকৌ ওলাই আহিল।

ইতিমধ্যে কিছুমান কথা প্ৰচাৰ হৈ গৈছে।

সন্ধ্যাৰ দেউতাকে নতুনকৈ ঘৰ এটা সজাইছে। মোহনলৈ সন্ধ্যাক বিয়া দিয়াৰ ব্যৱস্থা এটা চলাইছে। অফিচতো লক্ষৰহঁতে সন্ধ্যাক বিয়া কৰাবলৈ তাক পৰামৰ্শ দিছে। অনন্তহঁতেও সুবিধাটো লবলৈ সকিয়াই আছে।

মাটিবাৰী, ঘৰ-দুৱাৰেৰে ছোৱালী পায়ো মোহনৰ কিন্তু বিয়া পতাৰ ইচ্ছা জন্মা নাই। ভাববিলাসী, অভিমানী ছোৱালী এজনীৰ হাতত নিজক এৰি দিবৰ মন যোৱা নাই। সন্ধ্যাই নতুন সমস্যা এটা সৃষ্টি কৰা যেন লাগিছে।

—আনৰ ব্যক্তিত্বত হাত দিবলৈ ক'ত শিকিলা সন্ধ্যা ?

—ব্যক্তিত্বৰ ৰূপ য'ত সলনি হৈ যায়, তাতেই।

—কি অধিকাৰত সিমানলৈ আগবাঢ়িছা ?

—অবান্তৰ প্ৰশ্নৰ উত্তৰ দিবলৈ ইচ্ছা নাই। মুঠ কথা এতিয়াও সময় আছে, চৰিত্ৰক সংশোধন কৰিবলৈ চেষ্টা কৰক।

—লোকৰ চৰিত্ৰৰ বিষয়ে ভবাৰ আগতে নিজৰ অৱস্থাটোৰ কথাকে ভাবি নোচোৱা কিয় ?

—চব আপোনাৰ পৰাহে হৈছে।

—কি হৈছে মোৰ পৰা ?

—এতিয়া আকৌ সুধিবলৈ আহিছে। মানুহৰ মুখত সোপা দিব পাৰিব নেকি ? সকলোৱেই জানি পেলাইছে।

—কি জানি পেলাইছে ?

—আমাৰ বিয়া হব বুলি। আপুনি আমাৰ ঘৰলৈ আহি থাকে। তেনেস্থলত হঠাতে যদি আপুনি অমত হৈ যায় তেন্তে মোৰ অৱস্থা কি হবগৈ ভাবি নাচায় কিয় ? অপবাদৰ হাত সাৰিব পাৰিমনে ?

—বেছ কৌশল ভাবি উলিয়াইছা সন্ধ্যা। বিয়াৰ নামত পাগলী হৈ অসংলগ্ন কথা বকিবলৈ লৈছা। তোমাক কোনে বিয়া কৰাম বুলিছিল নো ?

—আপুনি, আপোনাৰ মৌন সন্মতিয়ে।

—মই যদি তাক অস্বীকাৰ কৰোঁ, তেতিয়া ?

—তেনে নকৰিব বুলিয়েই বিশ্বাস। আপোনাৰো তো ভবিষ্যত এটা আছে। শুনিছোঁ, আপোনাৰ বোলে কোনো নাই। তেনেস্থলত যাচি দিয়া দান উপেক্ষা কৰিবলৈ কিয় যাব খোজে ?

—ধন-সম্পতিৰ বাবেই মানুহে বিয়া নাপাতে। তাক জানানে নাজানা ?

—কেৱল ধন-সম্পতিৰেই আপোনাক বিচাৰিব খোজা নাই। অন্তৰেৰেও যে বিচাৰি আহিছোঁ।

—কেতিয়াৰ পৰা ?

—প্ৰথম দেখাৰে পৰা।

—দীপকৰ খালি ঠাই পূৰাবৰ বাবে, নহয় জানো ?

—দীপকৰ লগত মোৰ সম্পৰ্কটো ইমান গভীৰ বুলি ধৰি লৈছে কিয় ? দীপক মোৰ প্ৰাইভেট টিউটৰ হে আছিল, প্ৰেমিকতো নহয়। কিন্তু আপুনি ? এবাৰ অন্তৰত ঠাইলৈ পলাই সাৰিব খুজিছে কিয় ?

মনে মনে থাকা সন্ধ্যা ! ইমান ছলনাময়ী হবা বুলি ভবাই নাছিলোঁ। তোমালোকক বিশ্বাস কৰা টান। সুবিধা পালেই বহুতখিনি আগবাঢ়ি যোৱাগৈ।

চাহ-তামোল একো নোখোৱাকৈয়ে খঙত সন্ধ্যাহঁতৰ ঘৰৰ পৰা মোহন তেতিয়াই গুচি আহিল।

সেইদিনা মেছত পাতলকৈ খৰিয়াল এখন লাগিল।

কাঞ্চাটোক চন্দ্ৰই মাৰিয়ালে। টালি-টোপোলা লৈ সি গুচি যোৱাত অনন্তই চন্দ্ৰক কিবা কলে। অলপ গৰমা-গৰমী হৈ খৰিয়াল-খন শেষত চেঁচা পৰিল যদিও কোনে কি ভাবি ললে বুজা নগ'ল। ৰাতি আঠমান বজালৈকে সিহঁত এটাও মেছলৈ নাহিল। ভাত ৰন্ধাৰ কিবা দিহা কৰিব পাৰিনেকি মোহনে এবাৰ চালে। পাক্ঘৰলৈ সোমাই দেখে খৰি এডালো নাই। গাঁতকে ভাত ৰন্ধাৰ উপায় নেদেখি মোহন শুই থাকিলহি। কিছু সময়ৰ পিচত এটা এটাকৈ বাকী কেইটাও ওলালহি। আহি পায়েই বিছনাত পাৰলহি। ভাতৰ কথা কোনেও নাভাবিলে। অনন্ত শেষত আহি পাক্ঘৰ সোমাই ভাত



আছেনেকি চালে। তাৰ চাগৈ ভোক অলপ বেছিকৈ লাগিছিল। শেষত সিয়ো শুই থাকিলগৈ।

মোহনে সিহঁতৰ কাৰ্য্যলৈ মনে মনে লক্ষ্য কৰিলে। সন্ধ্যাই কোৱা কথাবোৰলৈ তাৰ মনত পৰিল। অভদ্ৰৰ দৰে তাই প্ৰলাপ বকিছিল, নে কৌশল ৰচনা কৰিছিল সি নুবুজিলে। সন্ধ্যাহঁতে ভবাৰ দৰেই সি বিয়া পাতিব, নে সেই ইচ্ছাক চিৰকালৰ বাবে বাদ দিব। সি ভাবিলে।

স্থিতিহীন জীৱন এটাৰ প্ৰতিষ্ঠাৰ প্ৰয়োজন। অতীতটোৰ দৰেই ভবিষ্যতটোও সুদা কৰি ৰাখিবলৈকো তাৰ মন যোৱা নাই। বিয়া তেন্তে পাতিবই লাগিব। বিয়াৰ কন্যা হিচাপে সন্ধ্যাক কল্পনা কৰিবলৈও মন যোৱা নাই তাৰ। বুলুৰ কথা মোহনে কেইবাবাৰো ভাবিলে। তাইৰ দৰে আশ্ৰয়হীনা ছোৱালী এজনীক জীৱনলৈ আশ্ৰয় দিয়াৰ কথা আগতেই মোহনে ভাবিছিল। হয়তো বুলুৱেও এনেদৰেই ভাবিছে। কিন্তু প্ৰকাশ কৰাৰ একো সুবিধা পোৱা নাই। এতিয়া, এয়া সন্ধিক্ষণ উপস্থিত হৈছেহি। এতিয়াও যদি সেই ইচ্ছাক চেপি ৰখা হয় তেন্তে হয়তো ভুল হৈয়ে যাবগৈ।

মোহনে নানা দিশৰ পৰা কথাটো চিন্তা কৰি চালে। শেষত বুলুৰ লগত খোলাখুলিকৈ কথাটো আলোচনা কৰাৰ সিদ্ধান্ত কৰিলে।

ৰাতিটো এইদৰে ভাবি থাকোঁতেই চকুলৈ টোপনি নাহিল। পিচদিনা অফিচৰ পৰা বাহিৰে বাহিৰেই মহেশ উকীলৰ ঘৰলৈ গ'লগৈ।

—বিয়া পাতিছা বোলে মোহন ?

—সেইবোৰ উৰা-বাতৰি বাইদেউ !

— বেয়া নহব দিয়া। পাতি পেলোৱা।

—বিয়া পাতিবৰ যোত্ৰই হোৱা নাই। এনেয়েই উৎপাত কৰিলে কি হব ?

—বয়স বৈ নাথাকে, সময়ৰ কাম সময়মতে কৰি পেলোৱাই ভাল।

উকীলৰ ঘৈণীয়েক ভিতৰলৈ গ'ল। অলপ পিচতে বুলু ওলাই আহিল।

—আকৌ আহিছে মোহনদা? ইয়ালৈ আহিলে যে আপুনি নষ্ট হৈ যাব।

—কি কৈছা, এতিয়া জানো মই নষ্ট হৈ যাব ধৰিছোঁ?

—শেষত হয়তো সেয়ে হবগৈ। মই এজনী সামান্য চাকৰণী। মোৰ বাবেই সুন্দৰ জীৱন এটাত কলিতে পোকে ধৰিববলৈ কেতিয়াও নিদিওঁ। সন্ধ্যাই কি কৈছে জানে? মই হেনো আপোনাক গ্ৰাস কৰিব খুজিছোঁ; তাইৰ লগত বোলে প্ৰতিযোগিতা কৰিছোঁ।

—তাকে নকৈ যে তাইৰ উপায় নাই বুলু! তাই ভাবে মই তাইক বিয়া কৰাম।

— আৰু আপুনি?

—কেতিয়াও নাভাবোঁ।

—তেনে কৰিলে ভুল কৰা হব মোহনদা। যি কাম কৰিলে মৰ্য্যাদা বাঢ়ে তেনে কাম কৰাহে উচিত। সন্ধ্যাক আপুনি বিয়া কৰাবই লাগিব। সন্ধ্যাৰ দেউতাকে আপোনালোকলৈ মাটি-বাৰী লৈছে; ঘৰ সজাইছে।

—মাটি-বাৰী আৰু ঘৰ? মিছা কথা, মই কেতিয়াও সন্ধ্যাক বিয়া নকৰাওঁ বুলু! তাই এজনী চৰিত্ৰহীনা ছোৱালী।

—তেনেকৈ নকব। শুভ আয়োজন এটাৰ সন্মুখত তেনে কথা-বোৰ মুখলৈ নানিবচোন।

—শুনা বুলু, বহুত ভাবিচিন্তি মই ঠিৰাং কৰিছোঁ বিয়া মোৰ হব; কিন্তু সন্ধ্যাৰ লগত নহয়—তোমাৰ লগত।

—ভুল নকৰিব মোহনদা। আপোনাক মই ভাতৃভাবেৰেহে বিচাৰোঁ।



—মই যদি তাক নামানো?

—তেতিয়া ব্যভিচাৰ হ'ব। আমাৰ নিচিনা মানুহবোৰৰ ব্যভিচাৰ এটা মস্ত অপৰাধ। বিয়া আপুনি সন্ধ্যাকে কৰাব লাগিব, তাকে নকৰিলে মই বুজিম, আপুনি আজি অতদিনে প্ৰৱঞ্চনাহে কৰিলে। বুজিবলৈ অলপো যত্ন নকৰিলে। আৰু তেতিয়া মই খুব আঘাত পাই যাম। যি আঘাতে শুকনিমুৱা ঘা পুনৰ দগ্‌দগীয়া কৰি তুলিব।

—কিন্তু তেনে কৰিলে শেষত অসুখী হবগৈ লগা হয় যদি?

—অদৃষ্টৰ পৰিহাস বুলি মানি লব লাগিব। এইবোৰ কথা একো নাভাবিব। এটা সুখী জীৱন আৰম্ভ কৰক। মোৰ কথা ভাবি মিছাতে কষ্ট কৰিব নালাগে। মোৰ বাবে এয়েই বহুত মোহনদা! এতিয়াৰ দৰেই যদি মোৰ প্ৰতি মৰম থাকেগৈ তাতেই মই সুখী হম। তাতকৈ বেছি মোক নালাগে।

বুলুৰ কথাই মোহনৰ সিদ্ধান্তটো আকৌ ওলোটাই দিলে। মোহন আকৌ সমস্যাত পৰিল। সন্ধ্যাৰ লগতে যদি বিয়াখন হৈ যায়। সি ভাবিবলৈ ধৰিলে সন্ধ্যা অভিমানী মুখৰা ছোৱালী। সময়ত হয়তো ঠিক হৈ যাবগৈ। লস্কৰহঁতৰ লগত আলোচনা কৰি মোহনে বিয়াৰ প্ৰতিশ্ৰুতি দিলে। শেষত সন্ধ্যাহঁতৰে জয় হ'লগৈ।

মোহন যোৱাৰ পিচত বুলুৱে সেইদিনা কান্দিছিল। বুজাব নোৱাৰা, ধৰিব নোৱাৰা দুখত উচুপি উচুপি চকুলো টুকিছিল। তাই তেন্তে ভুল কৰিলে নেকি? মোহনক গোটেই জীৱন তাই বিচাৰি আহিছে। তথাপিও তাই বোবা হৈ গ'ল। মনৰ কথা ভাঙি কব নোৱাৰিলে। সুখ-দুখৰ লগৰী হিচাপে গোটেই জীৱনলৈ আপোন কৰি লব পৰা হলে আশ্ৰয়হীনা, ঠেকছিগা তাইৰ জীৱনটোৰো এটা প্ৰতিষ্ঠা হৈ গল-হেঁতেন। কিন্তু তাত যে মোহনৰ আকৌ বিপৰ্য্যই ঘটিব। সমস্যা-বোৰৰ সমাধান নহব। বহুত দিনৰ আগৰ কথাবোৰ তাইৰ মনলৈ আহিল।

জয়া বাইদেৱে অকলশৰে টেক্সীত এৰি যোৱাৰ পিচৰ সৰু কথা-বতৰা কেইটাৰ পৰা আৰম্ভ কৰি নিচেই ওচৰতে কটোৱা দিনবোৰলৈ মনত পৰি গ'ল। তেতিয়াৰ পৰা আজিলৈকে পাই অহা চেনেহৰ মোহনদাক তাইৰ বুকুৰ পৰা আজুৰি নি আনে গ্ৰাস কৰি পেলাব। তাইৰ বুকুখন যেন হঠাতে বিষাই উঠিল।

বুলুৱে এটা মানসিক যন্ত্ৰণা অনুভৱ কৰিলে। মাকৰ ছবিখন তাইৰ দৃষ্টিত ভাঁহি উঠিল। দিগন্তলৈ মনত পৰি গ'ল।

সৰুতেই ঘৰৰ পৰা নিৰুদ্দেশ হোৱা ককায়েক দিগন্তক তাই যে আজিও বিচাৰি নাপালে। দিগন্তক বিচাৰি পোৱাৰ আশা লাহে লাহে ক্ষীণ হৈ আহিছে। সমস্যা আৰু সংঘাতৰ মাজেৰে মোহনক তাই বিচাৰি পাইছে। মোহনৰ মাজত তাই হেৰাই যোৱা ককায়েকৰ প্ৰতিকৃতি এটা দেখিবলৈ পাইছিল।

মোহনৰ মনত উন্নত জীৱনৰ আশা তায়েই সিচি দিছিল। টেক্সি ড্ৰাইভাৰ হিচাপে আওবাটে যোৱা মদাহী ল'ৰা এটাক ভদ্ৰ নাগৰিক হবলৈ উদ্‌গনি দিছিল। তাইৰ আশাৰ সফলতা এতিয়া ফল-ফুলেৰে জাতিস্কাৰ হোৱাৰ সময় হৈছে। অভাগিনী ছোৱালী তাই। বঞ্চনাৰ সাগৰ পাৰত বহি চকুলো টোকাৰ বাহিৰে তাইৰ অন্য গতি নাই।

শেষত খুব সংযতভাবে মোহনৰ ওচৰত ধৰা নপৰাকৈ চলি যাবলৈ তাই চেষ্টা কৰিলে। মনৰ কথা মনতেই মাৰ নিয়াৰ খুজিলে।

লাহে লাহে বিয়াৰ দিন ওচৰ চাপি আহিল।

কন্যাঘৰত ধুম-ধামেৰে আয়োজন চলিল। মোহনেও নিয়মীয়া আয়োজন কৰিলে। সেইদিনা অফিচৰ পৰা বাহিৰে বাহিৰেই মোহন লচিমীহঁতৰ ঘৰলৈ গ'ল। ভিতৰৰ পৰা ওলাই আহি মোহনক দেখি লচিমী অবাক হৈ গ'ল।

—বাঃ মাষ্টৰ বাবু আহিলি?



—এৰা লচিমী। ভালে আছে? ৰবিলাল নাই নেকি?

আছে, বহচোন। চকীখন তাই শাৰীৰে মচি দিলে: কিমান দিন অহা নাই তই!

– এৰা বহুত দিন হ'ল দে। সময়েই নাপাওঁচোন। এটা কাম কৰ লচিমী, বেগেতে মোক অলপ খাবলৈ দেচোন। বৰ ভোক লাগি আহিছে।

সাগৰ সদৃশ মৰমেৰে মোহনলৈ চাই লচিমী ভিতৰ সোমাল। কোলাত কেঁচুৱা এটা লৈ ৰবিলাল ওলাই আহিল।

—কাৰ বাচ্চা পালি অ'?

—নিজৰ বাচ্চা!

—বাঃ! কেতিয়া হ'ল?

—তিনি মাহ হৈ গৈছে। পিতৃত্বৰ গৌৰৱেৰে ৰবিলালে কলে।

—নাম কি ৰাখিছ?

—বাবুলাল।

—ওঁ। ৰবিলালৰ ল'ৰা বাবুলাল। ঠিকেই আছে। এটা কাম কৰ ৰবিলাল, বাবুলালৰ "লা" টো কাটি আজিৰ পৰা তাৰ নাম বাবুল কৰি দে। সি নামে মানুহে সম্পূৰ্ণ অসমীয়া হৈ পৰক। কি কৰ লচিমী? জলপান লৈ সোমাই অহা লচিমীলৈ চাই মোহনে সুধিলে। লাজ-লাজকৈ লচিমীয়ে সিফালে মুখ ঘূৰালে। ল'ৰাটো কোলালৈ লৈ মোহনে তাৰ গালত চেপা মাৰি দিলে। হাঁহি হাঁহি লচিমীয়ে মোহনৰ হাতৰ পৰা কেঁচুৱাটো কোলালৈ টানি নিলে। ৰবিলাল ভিতৰ সোমাল। জলপান খাবলৈ আৰম্ভ কৰি মোহনে লচিমীলৈ চালে।

—লক্ষ্মণৰ খবৰ পাইছ লচিমী?

—হাৰামজাদাটোৰ কি হ'লনো?

—তই এতিয়াও তাক ক্ষমা কৰিব পৰা নাই! তোৰ বিয়াৰ

পিচতে সি ক'ৰবালৈ গুছি গ'লগৈ। তোৰ কথা ভাবি ভাবি সি এতিয়াও চাগৈ ক'ৰবাত চকুলো টোকে।

—মৰক।

—গুণাহ হব যে!

—ইস্! লচিমীয়ে মিচিকিয়াই হাঁহিলে।

—বিয়া পাতিছোঁ নহয় লচিমী, খবৰ পাইছনে নাই?

—শুনিছোঁ। তই বোলে খুব ডাঙৰ মানুহ হৈছে। ডাঙৰ শ্বশুৰ পাইছ?

—একো ডাঙৰ মানুহ হোৱা নাই। আগৰ দৰেই মাষ্টৰ বাবু হৈয়ে আছোঁ দেখোন।

—বুলুৰ কি হ'ল মাষ্টৰ বাবু? তাইৰ কিন্তু তোলৈ খুব মৰম আছিল।

—এৰা লচিমী! তকদিৰৰ কথা কেনেকৈ জানিবি? তোৰ দৰেই তাইৰো কিবা এটা ব্যৱস্থা কৰিবগৈ লাগিব।

—খুব মনত পৰে তাইলৈ। ইমান ভাল ছোৱালী বহুত কম আছে।

—ওঁ। মোহনে আৰু সেইবোৰ কথা পাতিব নুখুজিলে: তই কিন্তু বিয়াৰ দিনা ৰাতিপুৱাতে পাবগৈ লাগিব। ৰবিলালকো লৈ যাবি, বুজিছ? তাৰিখটো মনত ৰ'বনে?

—ওঁ! পঁচিশ ফাগুন ৰবিবাৰ।

মোহনে লচিমীৰ ফালে চাই সন্তোষৰ হাঁহি এটা মাৰিলে: তই মাতৃ হৈ গলিগৈ লচিমী। তোৰ জীৱন সফল হৈ গ'ল।

লচিমীয়ে একো নামাতিলে। মোহন বাটলৈ ওলাই আহিল। জপনা মুখত ৰৈ লচিমীয়ে মোহন ওলাই যোৱালৈ আগ্রহেৰে চাই থাকিল।



—ই সোণদাহে! মই আকৌ কোনোবা বুলিহে ভাবিছিলোঁ।

—বিয়া পাতিছ বোলে তইঁতে?

—মোহনদাৰহে বিয়া। সন্ধ্যাৰ লগত। সন্ধ্যাক চিনি নাপায়?

—কাননগোৰ ছোৱালীজনী?

—ওঁ। কেতিয়া আহিল সোণদা?

—পোন্ধৰ দিনমানেই হ'ল কিজানি।

—ক'ত থাকেনো এতিয়া?

—গোৱালপাৰাত।

—কি কৰে?

—কলেজত ল'ৰা পঢ়ুৱাওঁ।

—অ'। বহক দেই। বেগতে চাহ একাপ কৰি আনো। বুলু ভিতৰ সোমাল। বৰ মইনা অকলশৰে কিছু সময় বহি থাকিল। অলপ পিচতে বুলুৱে চাহ একাপ আনি টেবুলত থলেহি।

—মহেশদা নাইনেকি বুলু?

—কেনিবা ওলাই গৈছে হবলা।

—আহিলে মই মতা বুলি কবিচোন।

—ভাল ভাৰু।

চাহ কাপ খাই বৰমইনা ওলাই গ'ল। কাপ প্লেটবোৰ লৈ ভিতৰলৈ যাওঁতে দৰ্জাত খুন্দা মাৰি বুলু কৰ্ফাল খাই পৰিলগৈ। কাপটো ভাগি মজিয়াত ছিটিকি পৰিল। উকীলনীয়ে টানকৈ কিবা এষাৰ ক'লে। বিছনাত পৰি হাওঁ-হাওঁকৈ বুলুৱে কান্দি পেলালে।

বৰমইনাৰ উদ্দেশ্য কি আছিল, বুলুৱে নুবুজিলে। তাইক আঘাত দিবৰ মনেৰে অহা নাইতো! বৰমইনা যোৱাৰ পিচত বুলুৰ মনটো বৰকৈ ভাগি পৰিছিল। থাকি থাকি বুলুৱে অসহ্য যাতনা এটা অনুভৱ কৰিছিল। তথাপিও যে উপায় নাই। তাই কেৱল কান্দিবলৈকে জন্মিছে। কন্দাৰ মাজেৰেই আহি আছে, মৃত্যুৰ

আগমুহূৰ্তলৈকে কান্দিবগৈ লাগিব। তাইৰ জীৱনৰ এই কাৰুণ্যৰ সোঁতটো কিমান নিষ্ঠুৰ? তথাপিও বুলুৱে সহিলে। পঁচিশ তাৰিখটো কেনেকৈ পাৰ হৈ যায় তাকে তাই ভাবিবলৈ ধৰিলে।

বিয়াৰ তিনিদিনৰ আগৰ কথা।

দীপক আহি সন্ধ্যাহঁতৰ ঘৰ সোমালহি। ঘৰখনৰ পৰিস্থিতি দেখিয়েই তাৰ বুকু কঁপি গ'ল।

—পলম কৰিলা দীপকদা, হাতত এয়া আঙঠি দেখিছাইতো?

—এতিয়াও সময় আছে সন্ধ্যা। ভালদৰে এবাৰ ভাবি চোৱা।

—বহুত আগবাঢ়ি আহিলোঁ যে!

—বহুতখিনি উঠি অঁতাই একে চোঁচাই বহুতখিনি নামি যাবও পাৰি সন্ধ্যা!

—এতিয়া অসম্ভৱ। তেনে কৰাৰ উপায় নাই দীপকদা!

—এই সিদ্ধান্ত লোৱাৰ আগতে এবাৰ মোক সুধি চোৱা উচিত আছিল!

—তোমাৰ নামত বিয়াৰ নিমন্ত্ৰণী ছপা হোৱাৰ পিচত তেনে প্ৰয়োজন নাথাকিব বুলিয়েই ভাবিছিলোঁ।

—সেয়া মোৰ নামৰে আন এজনৰহে চিঠি আছিল।

—কেনেকৈ বুজিম, ইমান দিন ক'ত পলাই আছিলা তেন্তে?

—ঘৰলৈ গৈ আহিব পৰা নাছিলোঁ।

—এতিয়াও ঘৰলৈকে গুচি যোৱাগৈ। কিয় আহিছিলা এতিয়া আনৰ জীৱনত বিহ ঢালিবলৈ। কি প্ৰয়োজন শুভ কাৰ্য্যত বিঘিনি ঘটোৱাৰ?

—একো ভাবিব নোৱাৰা হৈ গৈছোঁ সন্ধ্যা।

—আন এজনীকো তো বিয়া কৰাব পাৰিবা?

—কিন্তু অতীতৰ হুলবোৰ যে উলিয়াই পেলাব নোৱাৰিম!

—তেতিয়াহলে কি কৰিব লাগে এতিয়া মই?



—এই বিয়া তুমি বন্ধ কৰি দিয়া। তোমাক মই বিয়া কৰাম।

—মোহনৰ তেতিয়া কি হব?

—মোহনে ইচ্ছা কৰিলে আনক বিয়া কৰাব।

—দেউতাহঁতে যদি নামানে?

—দেউতাৰাক জনাবা কিয়?

—নজনোৱাকৈ কেনিকৈ কৰিবা?

—আজি ৰাতিয়েই আমি গুৱাহাটীলৈ গুচি যামগৈ। তাতে 'কৰ্ট মেৰেজ' কৰি পেলাম। কিছুদিনৰ পিচত আকৌ ইয়ালৈ ঘুৰি আহিম। চব ঠিক হৈ যাব। কোৱা, সন্মত আছা তুমি? নামাতা কিয় সন্ধ্যা? কোৱা কি কৰিবা?

—যিহকে কৰিবলৈ কোৱা···

—বেছ কথা। শুনা, মই এতিয়া যামগৈ। ৰাতি এক বজাৰ সময়ত গাড়ী লৈ ইয়ালৈ আহিম। খিড়িকীত টোকৰ তিনিটা মৰা শুনিলেই তুমি ওলাই আহিবা। বুজিলাতো?

—ওঁ। দীপকে সন্ধ্যাক আবেগেৰে সাৱটি ধৰিলে। পুলকত সন্ধ্যাৰ শৰীৰ ৰোমাঞ্চিত হ'ল। সন্ধ্যাক সাজু হৈ থাকিবলৈ কৈ দীপক ওলাই গ'লগৈ।

সন্ধ্যাৰ মনলৈ হাজাৰ প্ৰশ্ন আহিল। হঠাতে এই সিদ্ধান্ত লোৱা জানো উচিত হ'ল? তাই ভাবিলে। বেচেৰা মোহনটোলৈ মনত পৰিল। নিৰ্দোষী ল'ৰা এটাক এইদৰে প্ৰৱঞ্চনা কৰিবলৈ তাইৰ বেয়া লাগি গ'ল। দীপকৰ অবাঞ্ছিত উপস্থিতিয়ে কিমান ওলট-পালট লগাই পেলালে। আজি নাহি আৰু দুটা দিনৰ পিচত সি অহা হলে! দীপকে কোৱাৰ দৰে কাম কৰিলে তাই হয়তো বাচি যাব। কিন্তু দেউতাকৰ যে অপবাদ এটা ওলাই পৰিব। পৰিয়াল-টোৱে মৰ্মান্তিক বেজাৰ পাব।

তাই মোহনৰ বাকদত্তা। দীপকে বিয়া পাতিলে বুলি ভাবি কৰা এই মাৰাত্মক ভুলৰ বাবে সন্ধ্যাৰ মনলৈ অনুশোচনা আহিল।

এইদৰে ভাবি-চিন্তি থাকোঁতেই ঘৰৰ সকলোবিলাক শুলেগৈ। সন্ধ্যাই কাগজ এখন আনি মোহনলৈ চিঠি এখন লিখিলে।

শ্ৰদ্ধেয়,

বহুতখিনি আগবাঢ়ি আকৌ পিচুৱাই যাব ধৰিছোঁ। শামুক বিচাৰি ফুৰোঁতে মাণিক পালে শামুকৰ কথালৈ কাৰো মনত নাথাকে। আমাৰ বিয়াৰ আয়োজন ইমানতে শেষ কৰি থৈ দীপকদাৰ লগত এয়া গুচিয়েই আহিলোঁ। আপুনি মোক বিয়া কৰাব খোজাই নাছিল। এতিয়া ময়ো তাকেই কৰিলোঁগৈ। আমাক বিচাৰি কষ্ট কৰিব নালাগে। এই অৱাঞ্ছিত ব্যৱহাৰৰ বাবে ক্ষমা কৰিব। অ' আপোনাৰ আঙঠিটো ইয়াতে থৈ গলোঁ। বুলুকে পিন্ধাই দিব। ইতি।

—সন্ধ্যা।

চিঠিখন জাপি খাম এটাৰ ভিতৰত ভৰাই ওপৰত মোহনৰ নামটো লিখি টেবিলৰ ওপৰতে থৈ সন্ধ্যাই আকৌ কিছুপৰ ভাবিলে। বিছনাত দীঘল দি চিন্তা কৰিলে। উঠি আহি আকৌ এবাৰ চিঠিখন মেলিলৈ পঢ়িলে। পঢ়ি অঁতাই ফালি টুকুৰা-টুকুৰ কৰি পেলাবৰ মন গ'ল তাইৰ। দীপক আহিলে গালি পাৰি খেদি দিবৰ ইচ্ছা হ'ল। সন্ধ্যাই বুদ্ধি এটা উলিয়ালে। টোপনিৰ ভাও ধৰি তাই শুই থাকিব খুজিলে। দীপকে বাহিৰৰ পৰা সঙ্কেত দিলে চোৰ বুলি চিঞৰি দিয়াৰ কথা ভাবিলে।

আকৌ বিছনাত পৰিলগৈ। নিশা লাহে লাহে গভীৰ হৈ আহিল। বিছনাৰ পৰা উঠি আহি চিঠিখনৰ লগত আঙঠিটো থৈ দি সন্ধ্যাই আকৌ বাগৰ মাৰিলেগৈ।

কিছু সময়ৰ পিচত খিড়িকীত টোকৰ পৰিল—টুক্-টুক্। সন্ধ্যাই মূৰ তুলি বাহিৰলৈ কাণ উনালে। আকৌ এবাৰ টানকৈ শব্দ হ'ল। হাতত সাৰে, ভৰিত সাৰে উঠি আহি সন্ধ্যাই দৰ্জাৰ হুকটো খুলি দিলে। দীপকে ইঙ্গিতেৰে সন্ধ্যাক মাতিলে। হাতত ছুটকেছটো লৈ সন্ধ্যা ওলাই আহি একে চোঁচাই গাড়ীত উঠিলহি।



গাড়ী এৰি দিলে। এক অনিশ্চিত বিপদৰ বুকুলৈ আগবাঢ়ি সন্ধ্যাৰ বুকুখন কঁপিবলৈ ধৰিলে। দীপকৰ বাহুত মূৰ পেলাই পিচদিনা পুৱালৈ কি হব তাকে ভাবিলে।

ৰাতি পুৱাল।

বিয়া-ঘৰত হুলস্থুল লাগিল। সন্ধ্যাৰ পলায়নৰ বাতৰি চাৰিওফালে বিয়পি পৰিল।

খবৰ পাই মোহন কাননগোৰ ঘৰ ওলালহি। দীপ্তিয়ে চিঠিখন মোহনৰ হাতত দিলে। পঢ়ি অঁতাই মোহনৰ খং উঠি গ'ল। সন্ধ্যাৰ যদি এনে মতলবেই আছিল, তেন্তে আগতেই এই আয়োজন বন্ধ কৰি নিদিলে কিয়? এতিয়া ইমানখিনি জা-যোগাৰ হোৱাৰ পিচত এইদৰে বিশ্বাসঘাতকতা কৰিব নালাগিছিল। চিন্তিত মনেৰে মোহন উলটি আহিল। সন্ধ্যাই লোৱা এই প্ৰতিশোধ সহজভাবে লব নোৱাৰি মোহনৰ মূৰ গৰম হৈ গল। মেছটোত অকস্মাতে বিষাদৰ ছাঁ পৰিলহি। অনন্তই মোহনক কিছুমান কথা বুজালে। মোহনৰ আগত প্ৰস্তাৱ এটা দাঙি ধৰিলে।

—ধৈৰ্য্য ধৰ মোহন! বিয়া হবই। বিয়া পাতিহে এৰিম। তই যদি মত দিয় বুলুকে এই আঙঠিটো পিন্ধাই থৈ আহোঁগৈ।

—বুলুক? কিন্তু তহঁতে জানো বেয়া নাপাবি; তাই যে এজনী চাকৰণী ছোৱালী!

—চাকৰণী হোৱাটোৱেই যদি তাইৰ অপৰাধ হয় তেন্তে তাইক সেই অৱস্থাৰ পৰা মুক্ত কৰাহে আমাৰ কৰ্তব্য। নিৰাশ্ৰয়া ছোৱালী এজনীক আশ্ৰয় দিয়াত গৌৰৱ আছে মোহন!

—তহঁতৰ যি ইচ্ছা তাকে কৰ অনন্ত!

—ঠিক আছে। ব'ল চন্দ্ৰ, এতিয়াই গৈ বুলুক আঙঠি পিন্ধাই

থৈ আহোঁগৈ। ঐ ভদ্ৰ, তহঁতে ঘৰটো চাফ্ চিকুণ কৰ। বিয়া আমি মেছৰপৰাই পাতিম।

অনন্ত আৰু চন্দ্ৰ মহেশ উকীলৰ ঘৰলৈ ওলাল। লস্কৰ আৰু হাজৰিকাও পালেহি। সকলোৱে আলোচনা কৰি সেই তাৰিখেই মোহনৰ বিয়া পতাটো সিদ্ধান্ত কৰি পেলালে।

চৌবিশ ফাগুন শনিবাৰ।

পঁচিশ ফাগুনতে মোহনৰ বিয়া। কালিৰে পৰা মোহনদা চিৰকাললৈ আনৰ হৈ যাবগৈ। ভাবি ভাবি বুলুৱে চকুলো টুকিলে। মনক চম্ভালি ৰখাৰ শক্তি যেন বুলুৱে লাহে লাহে হেৰুৱাই পেলাইছে। চিঞৰি চিঞৰি, ইনাই বিনাই কান্দিবলৈ মন গৈছে তাইৰ। খুন্দিয়াই খুন্দিয়াই বুকুখন ভাঙি পেলাবৰ ইচ্ছা হৈছে। কিমান আশা, কিমান কামনা, কত কল্পনা, কত ব্যাকুলতা, তাইৰ শেষ হৈ গ'ল। বুকুৰ কথা কাকোৱেই তাই বুজাই ক'ব নোৱাৰিলে। অদৰকাৰী অভিমান আৰু অৰ্থহীন আদৰ্শক বচাই ৰাখিবলৈ গৈ নিজেই তাই শেষ হৈ যাবলৈ ওলাল।

বহি বহি ভাবি থাকোতেই হঠাতে গেটৰ মুখত ল'ৰা কেইটামান দেখি বুলু ভিতৰ সোমাই গ'ল। অনন্তহঁত আহি উকীলৰ ঘৰ সোমালহি।

মহেশ উকীলক বিয়াখন ভাগি যোৱাৰ কথা জনালে। উকীলনীয়ে খবৰটো বুলুক দিলেগৈ। তাই আকৌ কান্দি পেলালে। মোহনৰ অৱস্থাটোৰ কথা ভাবি তাই উচুপিবলৈ ধৰিলে। অনন্তহঁতে বুলুৰ লগতে বিয়া পতাৰ প্ৰস্তাৱটো আগবঢ়ালে। উকীল বিমোৰত পৰিল। ইমান লৰালৰিকৈ বিয়াখন কেনেকৈ পাতিব ভাবিলে। ভিতৰ সোমাই গৈ উকীলনীৰ লগত আলোচনা কৰিলে। কথাটো বুজি বুলু বোবা



হৈ গ'ল। উকীলনীয়ে তাইৰ মত বিচাৰিলে। দুটোপাল চকুপানীৰে বুলুৱে নীৰৱ সন্মতি জনালে।

বুলুক আঙঠি পিন্ধাই অনন্তহঁত ঘৰলৈ উলটি আহিল।

মেছত ভদ্ৰহঁতে ধুমধাম লগাই দিছে। ঘৰ গোটেইটো আজৰাই পৰিস্কাৰ কৰিছে। অনন্তহঁত গৈ পোৱাৰ লগে লগে এজাউৰি হাঁহিৰ খলকনি উঠিল। বিয়ানাম, বিহুনাম আৰু প্ৰেমৰ গীতেৰে মেছটো মুখৰিত হৈ পৰিল।

বিয়াৰ দিনা পুৱাতে ৰবিলালক লগত গৈ লচিমী ওলালহি। মেছৰ লৰাকেইটাই সকলো আয়োজন আগবঢ়াই নিলে। ৰুবিম, মদনহঁত আহিল। হাজৰিকা আৰু লস্কৰো ওলালহি। কাননগোৱে লাজ আৰু অপমানত ৰভাখন ভাঙি পেলালে। মোহনক গাখীৰ এমোন দি সহায় কৰিলে। দিনটো উলাহ-আনন্দেৰে পাৰ কৰি দি ৰাতি মোহনক লৈ বৰযাত্ৰীৰ সমদল ওলাল।

সজাই পৰাই মহেশ উকীলে বুলুক উলিয়াই আনিলে। ফুলৰ মালা ডিঙিত পিন্ধাই বুলুৱে মোহনক জীৱনলৈ স্বামী বৰণ কৰিলে। মহেশ উকীলে বিয়াৰ উদ্দেশ্যৰ বিষয়ে দৰা-কন্যাক সাৰুৱা উপদেশ এটা দিলে। দৰা-কন্যাক লৈ বিজয় উল্লাসেৰে সমদল আকৌ উলটি আহিল। দুটা অঘৰী জীৱনৰ মাজত প্ৰাণৰ সম্পৰ্ক ঘটিল। উদঙীয়া ল'ৰাৰ ভাড়াঘৰ বিয়াৰ পৰশত জ্যোতিৰ্ময় হৈ উঠিল।

ফুলশয্যাৰ ৰাতি।

আবেলিৰে পৰা দুই-চাৰিটা ল'ৰা আহি গৈ আছে। অনন্তহঁতে ইতিমধ্যে ওচৰতে থকা আন এটা ঘৰ ভাড়ালৈ মেছৰ ঘৰটো মোহনক অকলেই এৰি দিলে।

উদঙীয়া লৰাৰ ভাড়াঘৰটো ন-কন্যাৰ পৰশত প্ৰাণৱন্ত হৈ উঠিছে। সজীৱ হাঁহিয়ে ঘৰখন আমোদ লগা কৰি তুলিছে। দিনটো ল'ৰাবোৰ

আহি গৈয়ে আছে। চাহ-তামোলেৰে মোহনে অতিথি সৎকাৰ কৰিছে। বুলু আৰু লচিমী লগ লাগি ঘৰুৱা কামবোৰ পৰিপাটিকৈ কৰি গৈছে।

লচিমীয়ে মাজে সময়ে বুলুক জোকাই ৰগৰ তুলিছে। বুলুৰ বৰকৈ লাজ লাগি গৈছে। মোহনদা যে এতিয়া তাইৰ স্বামী হলগৈ।

গধূলি অনন্তহঁতে কীৰ্তন পুথিখন উলিয়াই ছুই আধ্যামান সুৰ লগাই পঢ়িলে। ছুটামান কথাৰ ব্যাখ্যা কৰিলে। দৰা কন্যাক আঠু লোৱাই এজোলোকা আশীৰ্বাদ দিলে। ৰাতি হলত পুথি সামৰি সিহঁত দিহাদিহি গুচি গ'লগৈ।

লচিমীয়ে ভাত ৰন্ধাৰ ব্যৱস্থা কৰিলে; ৰবিলালে ইটো সিটোৰ যোগাৰ কৰি দিলে। বাহিৰত বহি মোহন আৰু অনন্তই সৰু সৰুকৈ কথা পাতিলে। ভিতৰত লচিমীয়ে বুলুৰ কাণৰ কাষত সৰু সৰুকৈ কথা কৈ হাঁহিলে। লাজত বুলুৱে তাইক চিকুটি দিলে। খাই-বৈ আজৰি হলত লচিমী আৰু ৰবিলাল গুচি গ'লগৈ। বুলুৱে অকল-শৰীয়াকৈ ছুই-এটা কাম কৰিলে। বিছনাখন সুন্দৰকৈ সজালে। আল্‌নাৰ কাপোৰ কেইখন পৰিপাটিকৈ থলে। কোমল বিছনাখনত বহি লাজ লাজকৈ মিচিকিয়াই হাঁহিলে। সেইখন বিছনাতে মোহনৰ লগত একেলগে শুবলৈ মনটোক তাই প্ৰস্তুত কৰিব বিচাৰিলে। আজিয়েই তাইৰ জীৱনৰ প্ৰথম ৰাতি। বুলুৰ মনত উগুল-থুগুল লাগিছে। নুবুজা ভাবৰ হেন্দোলনিয়ে মন থৌকি বাথৌ কৰিছে। ধূপ কেইডালমান কোঠাটোৰ চাৰিওফালে তাই জ্বলাই দিলে। ধূপৰ ধোঁৱাবে কোঠাটো ধুৱঁলী কুৱঁলী হৈ পৰিল। মোহনলৈ বৈ বৈ বুলুৰ আমনি লাগি গলগৈ। অনন্তটো নুঠাই হল। এটা-ছুটাকৈ বহুত দিনৰ আগৰ কথাবোৰ বুলুৰ মনলৈ আহিবলৈ ধৰিলে। মাকলৈ মনত পৰিল; নিৰুদ্দেশ হোৱা ককায়েকৰ স্মৃতি মনলৈ আহিল। জয়া বাইদেউ, সোণদা, মহেশ উকীলহঁতৰ কথা তাই সুঁৱৰিলে। সন্ধ্যাই বিশ্বাসঘাতকতা নকৰা হলে বুলুৰ জীৱনৰ এই নাটকীয় পৰিবৰ্তন নঘটিলহেঁতেন।



অনন্ত যোৱাৰ পিচতো বহুত সময় মোহন বাহিৰতে বহি থাকিল। তাৰ মনলৈকো ডিবুৰুৰ স্মৃতি আহিল। মাক, দেউতাক, ৰূপাহঁতলৈ মনত পৰিল। আজি সিহঁত বাচি থকা হলে! তাৰ চকুৰ কোণ ছুটা সেমেকি আহিব খুজিছিল। এইদৰেই ৰাতিৰ এক বাজিলগৈ। মোহন শোৱনি কোঠালৈ আহিল।

ধুনীয়াকৈ পৰিপাটি লগাই সজোৱা কোঠাটোৰ পৰা এজাক সুগন্ধি বতাহ আহি তাৰ নাকত লাগিলহি। আলসুৱা গাভৰু গাভৰু লগা বতাহৰ মৃছ পৰশে মোহনক স্পৰ্শ কৰি গ'ল। সি কোঠাৰ ভিতৰ সোমাল। বুলুৰ তেতিয়া ভাগৰত টোপনি আহিব ধৰিছিল।

— বুলু?

—কি? তাই উচপ খাই উঠিল।

—টোপনি আহিছে?

—নাই। পাতলকৈ হাঁহি বুলুৱে তলমূৰ কৰিলে। মোহন বিছনাত বহিলহি। বুলু বহাৰ পৰা উঠি গ'ল।

খিড়িকীখন বন্ধ কৰি দিয়া। বুলুৱে খিড়িকীৰ হুকটো লগাই দিলে। মোহনে চুৰ কৰি বুলুলৈ চালে। জ্বলি জ্বলি নুমাই অহা ধূপ কাঠি এডাললৈ চাই থাকি বুলুৱে তলমূৰ কৰিলে। পৰিচয়ৰ পাতনি মেলাৰ সময়।

বাহিৰত এটা নীৰৱ নিশাৰ গোপন অভিসাৰ।

কোঠাত আৱদ্ধ বতাহ জাকৰ বুকুত মন মতলীয়া কৰা মৃছ শিহৰণ। ছুখন হিয়াত মিলনৰ অধীৰ আকাঙ্ক্ষা।

—কি ভাবিছা বুলু? বুলুৰ হাতখনত ধৰি মোহনে বিছনাত বহুৱাই দিলে। স্বামীৰ প্ৰথম পৰশত বুলুৰ গাটো সিৰ্‌সিৰাই গ'ল। এসোপা লাজে তাইক আৱৰি ধৰিলেহি।

— মালৈ মনত পৰিছে। আজি মাহঁত থকা হলে?

—তোমালোকৰ ঘৰ ক'ত আছিল বুলু? মা-দেউতাৰাৰ কিহল বাৰু? আজিতো সঁচা কথা কোৱাত আপত্তি নাই?

—নাই। আমাৰ ঘৰ আছিল ডিবুৰুত। বুলুৱে কবলৈ আৰম্ভ কৰিলে — মা, দেউতা, দাদা ভণ্টী আৰু সোণটিৰে ছটা প্ৰাণীৰ শান্তিৰ পৰিয়ালটোত দাদাই বিহ ঢালি দিলে। ঘৰ এৰি দাদা ক'ৰবালৈ পলাই গ'লগৈ। বিচাৰি বিচাৰি দাদাক নাপাই চিন্তাত দেউতাৰ মানসিক বিকাৰ আৰম্ভ হ'ল। তেনেতে ডিবুৰুলৈ প্ৰলয় আহিল। সংহাৰ মূৰ্তিৰে ব্ৰহ্মপুত্ৰই গৰা খহাবলৈ ধৰিলে। নৈৰ পাৰত বৈ থাকোঁতে গৰাখহি ভণ্টী আৰু সোণটি নদীৰ সোঁতত পৰিল। নিশালৈ দেউতায়ো নদীৰ বুকুত জপিয়াই আত্মহত্যা কৰিলে। ওচৰৰ মানুহে মা আৰু মোক সেই ঠাইৰ পৰা আঁতৰাই আনিলে। দুদিনৰ ভিতৰতে আমাৰ ঘৰবাৰী সকলোবোৰ নৈয়ে উটুৱাই নিলে। গাৱঁৰ মাজেদিয়েই ভৰা সুঁতি ব'বলৈ ধৰিলে। গাৱঁৰ মানুহবোৰ কোন কেনি গ'ল শুং-সূত্ৰই নাপালোঁ। চহৰৰ একোণত মানুহ এঘৰত আমি আশ্ৰয় ললোঁহি। তাতে এদিন মাৰ অসুখ আৰম্ভ হল। তিনিদিন অসুখত ভুগিয়েই মাই সংসাৰ এৰিলে।

বুলুৰ চকু চকুলোৰে চলচলীয়া হৈ আহিল। শাৰীৰ আঁচলেৰে চকু পানীখিনি তাই মচি পেলালে।

—তাৰ পিচত কি হ'ল বুলু? উৎকণ্ঠাৰে মোহনে সুধিলে।

—জয়া বাইদেউহঁতৰ দেউতাৰ লগত নগাঁৱলৈ গুচি আহিলোঁ। দাদাক বিচাৰি নাপালোঁ; হয়তো গোটেই জীৱন বিচাৰিলেও উলিয়াবগৈ নোৱাৰিম। লাহে লাহে উঠি গৈ বুলুৱে ফটো এখন উলিয়ালে।

—এয়া মোৰ দেউতাৰ ফটো। মাই মৰিবৰ সময়ত মোক দি গৈছিল। হাতপাতি মোহনে ফটোখন ললে। লগে লগে তাৰ হাত-ভৰি কঁপিবলৈ ধৰিলে।

—দেউতা···মোহনৰ মুখৰ পৰা কঁপি কঁপি ওলাল। তাৰ ভৰিৰ তলৰ পৃথিবীখন সুলকি যোৱা যেন লাগিল। ফটোখন হাতত লৈ



মোহন বিছনাৰ পৰা উঠি আহিল। বুলুৰ ফালে চোৱাৰ সাহস তাৰ নাইকিয়া হৈ গ'ল। সেইখন যে তাৰ দেউতাকৰে ফটো!

বুলুৰ ফালে চাই তাইৰ মাজত ৰূপাৰ প্ৰতিকৃতি এটা দেখি মোহনৰ মূৰ গৰম হৈ গ'ল। অবাক বিস্ময়েৰে এখোজ দুখোজ কৰি মোহন বুলুৰ কাষৰ পৰা আঁতৰি আহিল। মোহনৰ এই পৰিবৰ্তন দেখি বুলু স্তম্ভিত হৈ গ'ল।

—কি হ'ল, তেনে কৰিছে কিয় বুলুৱে ফটোখনলৈ হাত মেলিলে।

—মই পাগল হৈ যাম বুলু!

—কিয়, কি হৈছে আপোনাৰ?

—আগতে নকলা কিয় বুলু? নকলা কিয়? মোহনে জোৰেৰে দৰ্জাখন খুলি দিলে। একে চোঁচাই বাহিৰ ওলাই দৰ্জাখন বাহিৰৰ পৰা বন্ধ কৰি দি দেউতাকৰ ফটো খন বুকুত সাৱটি ধৰিলে। ভিতৰৰ পৰা বুলুৱে দৰ্জাত ভুকুৱালে।

—কলৈ যায় মোহনদা, নাযাব। দৰ্জা খোলক।

—এই দৰ্জা চিৰকাল বন্ধ হৈয়ে থাকিব বুলু—কোনদিনেই আৰু খোলা নহব। শব্দ কৰি মোহনে কান্দি পেলালে।

—মোক ক্ষমা কৰক মোহনদা।

অকস্মাত কি হৈ গ'ল বুলুৱে একোকে বুজিব নোৱাৰি দৰ্জাত ধৰি চিঞৰিলে।

—দোষ তোমাৰ নহয় বুলু, মোৰো নহয়। দোষ অৱস্থাৰ, দোষ অদৃষ্টৰ। শোকে খুন্দা মাৰি ধৰাত মোহনৰ মাত বন্ধ গৈ গ'ল।

দৰ্জাত ভুকুৱাই ভুকুৱাই ক্লান্তভাৱে লৰ মাৰি বুলু বিছনাত পৰিলগৈ। গাৰুটো বুকুত সাৱটি লৈ হুক্ হুক্কৈ কান্দিবলৈ ধৰিলে। ফুলশয্যাৰ ঠাইত কাইটৰ নিৰ্মম আঘাত লাগি বুলুৰ হিয়া শতধা বিদীৰ্ণ হ'ল।